# সূৰ্য্যৰ সোণালী আপেল

বিজয়কৃষ্ণ দেবশৰ্ম্মা




বাণী প্ৰকাশনী
গুৱাহাটী-১

Surjar Sonali Apel—A Collection of Science-fictions
By Bejoy Krishna Dev Sharma

বিজয়কৃষ্ণ দেৱশৰ্মাৰ বিজ্ঞান-নিৰ্ভৰ গল্প-সংকলন

প্ৰথম প্ৰকাশ,
নৱবৰ্ষ, ১৩৮৬ চন

ছয় টকা মাথোন

বেটুপাত আৰু অঙ্গসজ্জা
বিজয় মণ্ডল

শ্ৰী এচ. ভট্টাচাৰ্য্য, বাণী প্ৰকাশনী, ৩০, পটলডাঙা ষ্ট্ৰীট, কলিকতা-৯ ৰ পৰা প্ৰকাশিত আৰু শ্ৰীসাৰদা প্ৰিন্টিং, ৩১/১, ঘোষ লেন, কলিকতা-৬ ৰ পৰা মুদ্ৰিত।

## সূচীপত্ৰ



# স্পেচ-ষ্টেচন

কৃত্রিম উপগ্রহৰ নিয়ন্ত্ৰণ বিভাগৰপৰা মোক মাতি পঠিওৱা হ'ল। মই তেতিয়া ৰিপোৰ্ট লিখাত ব্যস্ত আছিলোঁ। মই ব্যস্ত হৈ পৰিছিলোঁ সিদিনা পৰ্য্যবেক্ষণ-বুদবুদৰ কাম কিমান দূৰ আগবাঢ়িছিল জানিবলৈ। পৰ্য্যবেক্ষণ বুদবুদটো কাঁচেৰে তৈয়াৰী। এটা গম্বুজৰ দৰে। আচলতে ইয়েই আমাৰ কাৰ্য্যালয়। মহাকাশ ষ্টেচনৰ অক্ষৰেখাৰ সতে এই অফিচ ঘৰটি ঘূৰি থাকে। কাম কৰিবৰ বাবে এই ঠাই বৰ সুচল নহয়। কাৰণ সমুখত দেখা পোৱা অদ্ভুত দৃশ্যাবোৰে যি কোনো মানুহকে বিস্ময়াভিভূত নকৰাকৈ নাথাকে। মই দেখিছিলোঁ—মাত্র কেইগজমান আঁতৰতে নিৰ্মাণ-বাহিনীৰ লোকসকলে কিছুমান খণ্ড লগ লগাই ষ্টেচন সজাত ব্যস্ত হৈ আছিল। কি যে এক প্ৰহেলিকা সমাধানৰ সমস্যা! আৰু দেখিছিলোঁ, কুৰি হাজাৰ মাইল তলত সুনীল আকাশত উজলি ওলমি থকা পৃথিৱীৰ ৰূপ—ঠিক যেন ছায়াপথৰ অগণন তাৰকাপুঞ্জৰ পটভূমিকাত ভাসমান কিবা এটা গোলাকাৰ পদাৰ্থ। কি যে সুন্দৰ ৰূপ !!

নিয়ন্ত্ৰণ বিভাগৰপৰা মোক জনাইছিল—বাড়াৰত হুমাইলমান দূৰৰপৰা তাঁহি অহা সক প্ৰতিধ্বনি এটি ধৰা দিছে। প্ৰায় নিশ্চল প্ৰতিধ্বনি। চিৰিচৰ পাঁচ ডিগ্ৰী পশ্চিমে। বস্তুটোৰ চাক্ষুস ৰিপোৰ্ট এটি আনি দিব লাগে।

ভাবিছিলোঁ—আমাৰ কক্ষপথৰ সতে তাল মিলাই ঘূৰ্ণ্যমান এই পদাৰ্থটি অন্য কিবা হলেও, উল্কা যে নহয়, তাক নিসন্দেহে ক'ব পাৰি। হ'লে হ'ব পাৰে আমি পেলাই দিয়া কিবা পদাৰ্থবিশেষ। টানকৈ সাৱধানতাৰে ধৰি নৰখাৰ বাবে হয়তো আমাৰ নিৰ্মাণ-বাহিনীৰ কাৰোবাৰপৰা কিবা যন্ত্ৰ ওলাই দৌৰ মাৰিছে মহাকাশ ষ্টেচনৰ বাহিৰলৈ। কিন্তু বাইনোকুলাৰ চকুত লোৱাত মোৰ ভুল ধৰা পৰিল। চাৰিওকালৰ আকাশ তন্ন তন্ন কৰি চাই বস্তুটো দৃষ্টি গোচৰলৈ আনিলোঁ। ইও এটি মানুহে গঢ়া মহাকাশযাত্ৰী। সুখৰ কথা, আমাৰ সতে তাৰ কোনো সম্পৰ্ক নাই।

নিয়ন্ত্ৰণ বিভাগত জনাই দিলোঁ—"পাইছো। অইন কাৰোবাৰ পৰীক্ষামূলক ছেটেলাইট যেন অনুমান হৈছে। আকৃতিত শঙ্কুৰদৰে। তৰল অংশটো, খুব সম্ভৱ, জুই কাঁচেৰে তৈয়াৰী। ডিজাইন দেখি ভাবিছোঁ, ১৯৬০ চনৰ শেষাৰ্ধত আমেৰিকাৰ বিমান বাহিনীয়ে পঠোৱা কৃত্ৰিম উপগ্ৰহটি। উপগ্ৰহবিলাকৰ অনাতাঁৰ প্ৰেৰকযন্ত্ৰ বিকল হৈ যোৱাৰ পিচত বিমান বাহিনীয়ে সিবিলাকৰ কোনো খবৰকে পোৱা নাই। তেওঁলোকে এই কক্ষপথেৰে কেইটামান ছেটেলাইট পঠোৱাৰ চেষ্টা কৰিছিল। দেখিছোঁ, তেওঁলোক ব্যৰ্থ হোৱা নাই।"

অলপ পিচতে গম পালোঁ, মোৰ অনুমান সঁচা। নিয়ন্ত্ৰণ বিভাগত পুৰণি নথিপত্ৰ চাই জনালে যে সেইটো কুৰি বছৰ আগত হেৰাই যোৱা ছেটেলাইট। ৱাশ্বিংটনত এই খবৰটিয়ে কোনো চাঞ্চল্য সৃষ্টি কৰিব পৰা নাই বুলিও জনালে। আৰু জনালে যে ই কিন্তু আমাৰ

মহাকাশ পৰিভ্ৰমণত বিপদ আনিব পাৰে। গতিকে, কোনোবা এজন ষ্টেচনৰপৰা বাহিৰলৈ গৈ তাক স্পেচ-ষ্টেচনৰ ওপৰলৈ টানি আনিবই লাগিব।

কথাখিনি শুনি বুজিবলৈ বাকী নাথাকিল যে 'কোনোবা এজন' বুলি মোকেই ইঙ্গিত কৰিছে। কাৰণ, নিৰ্মাণ বাহিনীৰ সকলো ব্যক্তিয়েই বেছ ব্যস্ততাৰে আৰু সম্প্ৰীতিৰে কাম কৰি আছিল। গতিকে তেওঁলোকৰ কোনো এজনক পঠাই কামৰ বিভ্ৰাট ঘটাবৰ সাহস নহ'ল মোৰ। এনেয়ে আমি পিচ পৰি গৈছোঁ ; তাতে যদি এদিন আৰু পিচ পৰিব লাগিল, দহ লাখ ডলাৰ অপব্যয় হ'ব। পৃথিৱীৰ সমস্ত ৰেডিঅ' আৰু টেলিভিচনবোৰে অধীৰ আগ্ৰহে ৰৈ আছে এটি বিশেষ মুহূৰ্তৰ বাবে—কেতিয়ানো অনুষ্ঠানসূচী আমাৰ যোগেদি পঠাব পাৰে। আৰু, তেতিয়াই সম্পূৰ্ণ হ'ব পৃথিৱী ব্যাপী পোনপ্ৰথম অনুষ্ঠান বিতৰণ। সুমেৰুৰপৰা কুমেৰুলৈ সমগ্ৰ পৃথিৱী জুৰি চলিব টেলিভিচন আৰু ৰেডিঅ'ৰ আনন্দঘন তৰঙ্গপ্ৰবাহ।

কথাখিনি ভাবি ভাবি বৰ আনন্দ পালোঁ। ক'লো—'ময়েই যাম। সেইটো ধৰি আনিম।'

মই যাবলৈ সাজু হ'লো। ওলাই যাওঁতে আৰু সোমাই আহোঁতে ছুসেঁাতা প্ৰবল বায়ুস্ৰোত আহিব। সেই বায়ুস্ৰোতে যাতে টেবুলত থকা কাগজ-পত্ৰ উৰুৱাই নিব নোৱাৰে, তাৰ বাবে এটি স্থিতিস্থাপক চাপ দিলো কাগজ-পত্ৰৰ ওপৰত। ক্ৰমে মই ব্যস্ত হৈ পৰিলো। ছসপ্তাহ ধৰি ষ্টেচনতে আৱদ্ধ থাকি আমনি লগা জীৱন কটাইছিলো। বাহিৰত এপাক মাৰিবৰ সুযোগ পাই ভালেই লাগিছিল। তথাপি, অইনবোৰক মই দেখুওৱা নাছিলোঁ মোৰ এই ভাবৰ প্ৰতিক্ৰিয়া। বৰং দেখুৱাবলৈ অশেষ যত্ন কৰিছিলোঁ, যেন মই এটি বৰ উপকাৰ কৰিবলৈ ওলাইছোঁ নিজৰ সৰ্বস্ব ত্যাগ কৰি।

এয়াৰ-লকত যাবলৈ সাজু হ'লো। মহাকাশ পোছাক পিন্ধি

ললোঁ। টমিয়ে মিউ মিউ কৰি উঠিল। নাই, তাইৰ সতে খেলাৰ সময় নাই। টমি মোৰ অত্যন্ত আদৰৰ। তথাপি সময় নাই। এইখিনিতে এটা কথা। ষ্টেচনৰ ওপৰত আমি ব্যৱহাৰ কৰা পোছাকযোৰৰ কথা কব খুজিছোঁ। ই সাধাৰণতে ব্যৱহাৰ কৰা ছুটযোৰৰপৰা সম্পূৰ্ণ বেলেগ। স্পেচ ষ্টেচনত ব্যৱহাৰ কৰা পোছাক আঁচলতে এটি বিশেষ যান। ইয়াৰ ভিতৰত মাত্র এজন মানুহ ধৰে। এটা দীঘল চুঙাৰ দৰে। সাতফুট দীঘল। ইয়াত লগোৱা থাকে জেট-প্রপালশ্বন। ওপৰৰ পিনে হাত দুখন ৰাখিবলৈ ঠাই আছে। এই ঠাইখিনি দেখাত বহুতো একর্ডিয়ন বাদ্যযন্ত্র একেলগে ৰাখিলে যেনে দেখাব, তেনে। সাধাৰণতঃ হাত দুখন ছুটৰ ভিতৰত থাকে। বুকৰ অংশত থকা হস্ত-চালিত নিয়ন্ত্রণবোৰ নিয়ন্ত্রণ কৰি ছুটটো ইচ্ছামতে ( এখন আকাশীযানৰ দৰে ) যি কোনো ফালে চলাব পাৰি।

মহাকাশ ছুটযোৰ পিন্ধি লৈ প্রথমতে পাৱাৰ দুইচটো টিপি শক্তি পৰীক্ষা কৰিলোঁ। তাৰ পিচত যন্ত্র-পাতিৰ সৰু সৰু কাঁটাবোৰ ঠিক আছেনে নাই চাই ললোঁ। আৰু তাৰ পিচত গুণ গুণ কৰি মাতি গলো ফৰ্ব (FORB), ফৰ্ব, ফৰ্ব···। ( এই FORB শব্দটো মহাকাশত উৰিব খুজিলে মাতিবই লাগে। FORB মতাৰ লগে লগে মনত পৰে **Fuel, Oxygen, Radio, Battery**—এই চাৰিবিধ ঠিক আছেনে নাই চোৱাটো প্রথম আৰু প্রধান কর্তব্য। ) দেখিলোঁ, সকলো নিৰাপদ সীমাতেই আছে। স্বচ্ছ গোলাৰ্ধটো মূৰৰ ওপৰত তুলি লৈ অন্যৰপৰা সম্পূর্ণ বিচ্ছিন্ন হৈ পৰিলোঁ। তাৰ পিচত, ছুটৰ জেপ ঘুকটি চাই ললোঁ—আহাৰ ঠিকমতে আছেনে নাই।

আৰু অলপ পিচতে, পৰিবাহী-বেল্টৰ ওপৰেদি বগাই গৈ এয়াৰ-লকত সোমাই পৰিলোঁ। এই বায়ুহীন আৰু বায়ুময় দুই জগতৰ মাজত থকা এয়াৰ-লকত সোমাই ভাবিছিলোঁ—মই যেন উত্তৰ আমেৰিকাৰ এটি ৰেড্ ইণ্ডিয়ান বালক। মই গৈ আছোঁ মোৰ

মাতৃৰ বোকোচাত। এয়াৰ-লকত সম্পূৰ্ণৰূপে সোমাই পৰাৰ পিচত তাৰ পাম্পবোৰে কাম কৰিব ধৰিলে। বায়ুচাপ কমি আহিল। আৰু, বায়ুচাপ শূন্য হৈ যোৱাৰ লগে লগেই বাহিৰৰ দুৱাৰ মুকলি হ'ল। তেতিয়াও কিন্তু এয়াৰ-লকত অলপ বতাহ আছিল। তাৰেই খুন্দাত মই ছিটিকি ওলাই গ'লো বাহিৰলৈ—তৰাৰ জগতলৈ। আৰু এটি এৰি দিয়া বেলুনৰ দৰে তুলি তুলি আগুৱাই থাকিলো।

আমাৰ ষ্টেচনৰ বাৰকুট দূৰত মই স্থিতাৱস্থা পাইছিলো। তেতিয়া মই এটা স্বতন্ত্ৰ স্বনিৰ্ভৰ গ্ৰহ। মোৰ এই অক'মানি জগতত মই, কেৱল মই; আৰু কোনো নাই। বন্ধ অথচ সচল-বায়ুনিৰোধক চিলিগুৱাৰৰ ভিতৰত মই আৱদ্ধ। মোৰ চকুৰ আগত তুলি আছিল বিশ্বব্ৰহ্মাণ্ডৰ ৰূপৰাশি। ছুটৰ ভিতৰত মই কিন্তু লৰচৰ কৰিব নোৱাৰিছিলো। যিভাবেই বন্ধা আসনত বহি পৰিছিলো, সেইভাৱেই বৈ আছিলো ছুটৰ ভিতৰত। অৱশ্যে, সমস্ত চাবি আৰু মোনা মোৰ হাতেৰে ঢুকি পোৱা দূৰত্ত আছিল। সেইটোৱেই আছিল কাম কৰিবলৈ একমাত্ৰ সুবিধা।

মহাকাশত প্ৰধান শত্ৰু সূৰ্য্য। সূৰ্য্যৰ প্ৰখৰ ৰশ্মিত অন্ধ হৈ যোৱাৰ আশঙ্কা অত্যাধিক। এই বাবেই, মই সন্তৰ্পণে, অতি সাৱধানভাবে ছুটৰ 'বাতি' অংশৰ ক'লা ফিল্টাৰ খুলি দিলো। মূৰ তুলি চালো। আশে-পাশে ওলমি থকা তৰাৰ দল। আৰু লগে লগেই ছুটৰ বাহিৰত থকা সূৰ্য্যাৱৰণটো স্বয়ংচালিত কৰি দিলো। এতিয়া মই নিৰাপদ। ছুটৰ দোলনত যিঅংশেই সূৰ্য্যমুখী নহওক কিয়, ভয় কৰিব লগা কথা নাই। ৰশ্মিৰ অসহ্য উত্তাপে আৰু আমনি কৰিব নোৱাৰে।

লক্ষ্য বস্তু ধৰা পেলোৱাত বৰ বেছি সময় নালাগিল। চিকমিক কপালী কণা এটি। চৌপাশৰ তৰাৰ মাজত জিলিকি আছে। ইয়াক চিনাক্ত কৰাত কষ্ট, নহ'ল, ইয়াৰ খাতৰ দীপ্তিৰ বাবে। লাহেকৈ

জেটৰ পেডেলৰ ওপৰত ভৰিৰে হেঁচা দি দিলোঁ। ছুটৰ গতিবেগ বৃদ্ধি হ'ল মৃদু গতিৰে। মোৰ অনুমান হ'ল, মোক যেন কম শক্তিৰ ৰকেট এটিয়ে উকুৱাই নিছে। অলপ দূৰ আগুৱাই, মাত্র দশ চেকেণ্ড, জেটবোৰ পুনৰ বন্ধ কৰি দিলোঁ। এই গতিবেগেৰেই বাকীখিনি দূৰত্ব সহজে যাব পৰাৰ হিচাপ মনতে কৰি পেলাইছিলোঁ। হয়তো, বৰ বেছি, পাঁচ মিনিট লাগিব লক্ষ্য বস্তু পাওঁতে; আৰু হয়তো তাক লৈ ঘূৰি আহোঁতেও তিমানে সময় লাগিব।

তেনেতে গম পালোঁ, কিবা এটি গোলমাল ঘটিছে। এটি অচিন শব্দ ধ্বনি কাণত বাজি উঠিল।

স্পেচ ছুটৰ ভিতৰত কিন্তু কেতিয়াও নিঠৰ স্তব্ধতা বিৰাজ কৰিব নোৱাৰে। তাত শুনা প্রতিটো শব্দই হয় যন্ত্রটোৰ, অথবা নিজৰ বুকৰ, নাকৰ ধপধপ হিস্‌হিস্ শব্দ। অক্সিজেন ওলোৱাৰ মৃদু চোঁচোৱনি, পাম্পাৰ, অনুগ্র ঘস্‌ঘস্ ধ্বনি অনবৰত কাণত বাজি থাকে। আচল কথা, বন্ধ ছুটৰ ভিতৰত উৎপন্ন হোৱা এইবোৰ তৰঙ্গ বৈ যাব নোৱাৰে। ছুটৰ ভিতৰতে এই ঢৌৰ ধ্বনি-প্রতিধ্বনি ইফাল-সিফাল কৰি থাকে। আৰু, মহাকাশ-যাত্রাত এই ধ্বনি-প্রতিধ্বনিবোৰেই জীৱনৰ অলক্ষ্য পটভূমিকা। কাৰণ, সামান্য এটি পৰিবৰ্ত্তনেই অথবা যি কোনো বিভ্রাটেই এই শব্দৰ আশু পৰিবৰ্ত্তন সূচায়।

সেই পৰিবৰ্ত্তনেই মোক আমনি কৰিলে। সেইবোৰ চিনাকি তৰঙ্গধ্বনিৰ লগত এটি নতুন ধ্বনিৰ অস্তিত্ব মোৰ কাণত বাজি উঠিল। এটা নিয়মিত সময়ৰ অন্তৰে অন্তৰে এটি ধপধপ শব্দ শুনিব পালোঁ। তাৰ লগতে শুনা গৈছিল আৰু এটি অন্য শব্দ—আঁচোৰণিৰ শব্দ, ঘৰ্ষণৰ শব্দ।

মোৰ ভয় লাগিল। এটুকুৰ বৰফ হৈ যাওঁ যাওঁ লাগিল। বাৰে বাৰে যত্ন কৰিলোঁ শব্দটো নিৰ্ণয় কৰিবলৈ। সঘনে চকু-মুখ ইফালে সিফালে ঘূৰাবলৈ ধৰিলোঁ। হাতেৰেও যত্ন কৰিলোঁ। নাই,

কন্‌ট্ৰোলবোৰ্ড বিফল। একো খবৰকে দিব পৰা নাই। যন্ত্ৰৰ কাঁটাবোৰো ঠিকেই আছে। বিপদ-নিৰ্দেশক ৰঙা লাইটো জ্বলি উঠা নাই। বুজিলো, কোনো যান্ত্ৰিক বিজুতি ঘটা নাই। তথাপি অশান্তি আঁতৰা নাছিল। বাৰে বাৰে চেষ্টা কৰিছিলোঁ মোৰ মনৰ স্থিতাৱস্থা ঘূৰাই পাবলৈ। অৱশেষত, নিজৰ ওপৰতেই বিশ্বাস ৰাখি কাম কৰি যাবলৈ দৃঢ় হলোঁ। এই ধৰণৰ নিৰ্দেশ মোক মহাকাশ যাত্ৰাৰ পূৰ্বেই দিয়া হৈছিল। ষ্টেচনলৈ উভতি অহাৰ চিন্তাও নকৰাকৈ থকা নাছিলোঁ। তথাপি……

সেইবোৰ মুহূৰ্ত ভাবিলে আজিও মোৰ বুকুত ঢৌখেল চলে; নোম ডাল ডাল হৈ উঠে। আতঙ্কত কান্দি উঠা মোৰ সেই অৱস্থা এতিয়া বুজাব নোৱাৰিম। ভাবিছিলোঁ, মই যেন এক প্ৰবল জোৱাৰৰ উচ্ছল ফেনিল আতঙ্ক-বন্যাত ধীৰে ধীৰে উটি যাবহে ধৰিছিলোঁ। পিচত মই যেতিয়া এই আচৰিত অভিজ্ঞতা মহাকাশ অধ্যয়ন কৰা ব্যক্তি-সকলক কৈছিলো, তেওঁলোকেও অভিভূত নোহোৱাকৈ থকা নাছিল।

অৱশেষে, মোৰ কোনো উপায়ো নাছিল। মনক প্ৰত্যয় দিব পৰা বহুতো চিন্তাৰ অপমৃত্যু ঘটিছিল। ভয় আৰু বিস্ময়ত মোৰ সমস্ত চিন্তা পলাই যাবলৈ উপক্ৰম কৰিছিল! মনক ফাকি দিবও পৰা নাছিলোঁ। কিবা একক যান্ত্ৰিক বিজুতিৰ শব্দ বুলি ভাবিবলৈ চেষ্টা কৰি বিফল হৈছিলোঁ। সেই অচিনাকি শব্দ-ধ্বনি শুনিলেই বুকুখনত ফাঁক হৈ যোৱা যেন পাইছিলোঁ।

অনুমান কৰিছিলোঁ, কোনোবাই যেন মোৰ ছুটৰ ভিতৰত প্ৰবেশ বিচাৰি হায়ৰাণ। মই আৰু বেছি উন্মাদ হৈ পৰিছিলোঁ। মহাকাশৰ বায়ুশূন্য শূণ্যতাত মোৰ এই নিঃসহায় অৱস্থা। মই তিৰ্য্যকভাৱে পৰ্য্যবেক্ষণ কৰিছিলোঁ। সন্মুখত পৰিছিল নিষিদ্ধ শত্ৰু। সেইপিনে মোৰ দৃষ্টি বদ্ধ হৈ গৈছিল। সুদূৰ দিগন্ত ঠেলি মোৰ চকুৱে বিচাৰিছিল অদৃশ্য বস্তুটি। আৰু, অৱশেষত একোকে পোৱা নাছিলোঁ। থকাটো

অসম্ভৱো। জানিও নজনাৰ দৰে হৈছিলোঁ; মাঁনে হ'বলৈ বাধ্য হৈছিলোঁ মনক প্ৰত্যয় দিবলৈ।

অচিনাকি শব্দটো ক্ৰমাৎ গাঢ় হৈ আহিছিল। মন মোৰ খেলি-মেলি চিন্তাত বিতত হৈ পৰিছিল। মনত পৰিল আগৰ কথা। এইখিনি, ঠিক এইখিনিতেই মিঃ বাৰ্ণিচামাৰৰ মৃত্যু হৈছিল। কিজানি তাৰেই প্ৰেতাত্মা! বাৰ্ণিয়ে এক 'অসম্ভৱ দুৰ্ঘটনা'ৰ সন্মুখীন হৈছিল। একেলগে তিনিটা বিজুতি ঘটিছিল। অক্সিজেন ৰেগুলেটৰ হঠাৎ বৈ গৈ হোঁ হোঁ কৰি বায়ুচাপ বাঢ়ি গৈছিল; অতিৰিক্ত বায়ু উলিয়াই দি যন্ত্ৰটো নিৰমিয় কৰিবলৈকো শ্বেফটি-ভালভ্‌টো ৰুগ্ন হৈ পৰিছিল আৰু এটি সন্ধিস্থল হঠাতে নষ্ট হৈ গৈছিল। ফলত, নিমিষতে বাৰ্ণিৰ ছুট খুলি গৈছিল।

বাৰ্ণিক মই নিচিনেঁা। কেৱল শুনিছোঁ তাৰ 'অসম্ভৱ দুৰ্ঘটনা' আৰু তাৰ মৃত্যু বাৰ্তা! বাৰ্ণিৰ কথা ভাবি মই আৰু বেছি চঞ্চল হৈ পৰিলোঁ। ভাবিলোঁ, পৃথিৱীৰপৰা বহুত বহুত দূৰত এই তৰাৰ দেশত মৃত্যু হোৱা মৃতকৰ আত্মা যায় ক'ত?···বাৰ্ণি, তুমি তেনেহলে অতদিন ইয়াতেই আছিলা? তুমি কি পৃথিৱীৰ কাৰোবাক পোৱাৰ আশাতেই ইয়াত আছিলা?

মোৰ মনত অনেক দুঃস্বপ্নই দুলিবলৈ ধৰিলে। সেই অচিনাকি শব্দটোও যেন চাৰিওপিনৰপৰা আহিব ধৰিছে। ক্ৰমাৎ যেন মোৰ কাষ চাপি আহি আছে। অৱশেষত জোৰ কৰি ভাবিলোঁ—মই পিন্ধা এই ছুট বাৰ্ণিৰ ছুট নহয়। বাৰ্ণিৰ সেই ছুট, সিমান দামী নহলেও পেলাই দিয়া হৈছে। তেনেহলে, মোৰ এই ছুটৰ ভিতৰত বাৰ্ণিৰ আত্মা নাই।

আৰু তেতিয়াই, বহুতো কষ্ট কৰি সোঁহাতৰ বুটামটো টিপি দিলোঁ। আৰু টিপি দিলোঁ জৰুৰী অনাতাঁৰ-তৰঙ্গৰ বুটাম। প্ৰেৰক যন্ত্ৰ সক্ৰিয় হৈ উঠিল। হেকাই-কেফাই ক'লে—"ষ্টেচন! মই বৰ

বিপদত পৰিছোঁ। মই পিন্ধা এই ছুটৰ ইতিহাস অনুগ্ৰহ কৰি জনাওক।"

জানিছিলোঁ, সিদিনা মোৰ চিএ্ঁৰত হেনে মাইক্ৰোফোনৰ পৰ্দা ফাটি গৈছিল। কিন্তু কি কৰিম! সেয়া মোৰ ইচ্ছাকৃত নাছিল। মহাশূন্যত সম্পূৰ্ণ নিঃসঙ্গ প্ৰাণী মই। তাতে সেই 'ভূত'ৰ অত্যাচাৰ! ধৈৰ্য্য থাকেই বা কিদৰে!

আৰু এটা সময়ত, নিৰাপদ বন্ধনী থকা সত্বেও মই আগলৈ উবুৰি খাই পৰি গৈছিল। ধোপোচ-কৰে লুটি খাই পৰি গৈছিলোঁ। কেইমিনিটমান পিচতে মোক উদ্ধাৰ কৰিব পৰা বাহিনী আহি পাইছিল। মই কিন্তু তেতিয়াও অচেতন অৱস্থাতেই আছিলোঁ। চেতনা ঘূৰাই পাই যে ইমান লাজ পাইছিলোঁ! মোৰ কাষত দেখিছিলোঁ সমস্ত মেডিকেল ষ্টাফ। কিন্তু তেওঁলোক আছিল নিৰ্বিকাৰ। আৰু দেখিছিলোঁ, তেওঁলোকে তিনিটা মেকুৰী পোৱালীৰ সতে হাঁহি হাঁহি খেলি থকা। আৰু জানিছিলোঁ, মোৰ তিনি নম্বৰ মোনাত হেনো টমিয়ে পোৱালী দিলে!



# নোভাৰ দেশত মনোজ কুমাৰ

**আকাশ—মহাকাশ—গ্ৰহ—তৰা—ছায়াপথ—**
**আৰু কত কি !!···**

আমাৰো এটি ছায়াপথ আছে। তাতো কত যে তৰাৰ ভিৰ! কি যে পোহৰৰ মেলা! কিন্তু কথা হ'ল—সকলোৰে পৰা আমি পোহৰ নাপাওঁ। মাত্ৰ কেইটামানৰ পোহৰেই আমাক পোহৰাই আছে। আমাৰ এই সূৰ্য্যটোৰ পোহৰেই কিমান! আৰু আন কেইটামানৰ পৰা ৰিণিকি ৰিণিকি পোহৰহে আহি আছে। সময়ত হয়তো সেইবোৰৰ পোহৰেও আমাক চুবহি! বাকী অজস্ৰ সূৰ্য্যৰ পোহৰ আমাৰপৰা বহুত দূৰত থাকোঁতেই মহাকাশৰ বিশাল শূন্যতাত নিঃশেষ হৈ যায়। বৈজ্ঞানিক সকলৰ হিচাপত আমাৰ ছায়াপথটিত কমেও ডেৰশ কোটি তৰা আছে। আমাক পোহৰ দি জীয়াই ৰখা এই সূৰ্য্যটো তাৰ ভিতৰত তেনেই ক্ষুদ্ৰ। তথাপি এই সূৰ্য্যই আমাৰ জীৱন। সূৰ্য্যৰ তাপ আৰু পোহৰতেই আমাৰ জন্ম। ইয়েই আমাক খাদ্য পোৱাত সহায় কৰিছে, দৈনিক জীৱনৰ গতি নিয়ন্ত্ৰণ

কৰিছে। এনেকি মহাবিশ্বৰ লগত ৰজিতা ৰাখি দেহ আৰু মনৰ পৰিপুষ্টি সাধনতো বৰঙণি যোগাইছে। এই কাৰণেই সূৰ্য্য আমাৰ জীৱনৰো জীৱন।

ব—হু, বহুদূৰ আকাশৰ তেনে এটি গ্ৰহৰেই কথা। তাৰ পোহৰে এতিয়াও পৃথিৱী চুবহি পৰা নাই। সেই গ্ৰহটিৰ ওচৰতেই নোভা—১ৰ পৰিক্ৰমা।

নোভাৰ ভাৰাক্ৰান্ত আকাশ মেঘালী আছিল। গধূৰ, তন্দ্ৰালু মেঘৰ আকাশ। অনুক্ৰমে বৰষুণ সৰিবলৈ ধৰিলে। এটা ধীৰ মৃদু গতিত বৰষুণ সৰিবলৈ ধৰিলে—যেন ছন্দোবদ্ধ সংগীতৰ কোমল মূৰ্চ্ছনা! তাৰেই মাজে মাজে আগবাঢ়িছে মনোজহঁতৰ ওভাৰলেণ্ডাৰ (এখন টেঙ্ক জীপ)। অবিশ্ৰান্ত বৰষুণৰ ধাৰা মূৰত লৈ গাড়ীখন আগবাঢ়িছে—সাগৰতীৰৰ উপত্যকাৰ কালে। গাড়ী চলাই চলাই মনোজে ভাবিছিল: তেওঁ আৰু তেওঁৰ সহকাৰী সম্বাটোৱে যদি এই ঠাইডোখৰ সম্পূৰ্ণভাৱে বসবাসৰ উপযোগী বুলি জানৰী দিয়ে, তেনেহলেও ঔপনিবেশিক মহাজনসকলে হয়তো বহুতো দিগদাৰিৰ সম্মুখীন হব লাগিব। ইয়াৰ বাতাবৰণেই বহুতো বাধাৰ সৃষ্টি কৰিব। তাৰোপৰি, ইয়াৰ মেঘমালাৰ মাজেৰে নোভা বা তাৰ সূৰ্য্যক একেবাৰেই দেখা নাযায়।...

নিজৰ মনতেই মনোজে এবাৰ হাঁহিলে। ঔপনিবেশিক সকলক কাহানিও সি সহানুভূতিৰ দৃষ্টিৰে চোৱা নাই। তাৰ মানেঁ। ভাল লাগে পৃথিৱীৰ এই ক্ৰমবৰ্ধমান সীমনাৰ ভিতৰলৈ অহা অচিন-অজান গ্ৰহ-উপগ্ৰহবোৰৰ বিভিন্ন ধৰণৰ ৰহস্যাৱলীৰ সম্মুখীন হবলৈ। কোনোটো গ্ৰহ আছে প্ৰচুৰ সম্ভাৱনা লৈ, কোনোটো বা হয়তো তেনেই বন্ধ্যা। তথাপিতো, তথাপিতো, প্ৰত্যেকটো গ্ৰহৰেই নিজস্ব কিছুমান সমস্যা আছে। প্ৰত্যেকটো গ্ৰহই তাৰ নিজক

ৰহস্যাৱলীক কিবা যেন মায়াৰে আবৰি ৰাখে।* যেন কিছুমান সুৰক্ষিত চনদ।

প্ৰায় এমাইল জোৰা এটা এঢলীয়া বাটেৰে জপিয়াই জপিয়াই আহি ওভাৰলেণ্ডাৰখন ৰ'লহি এটা উপত্যকাত। জিৰজিৰকৈ তেতিয়াও বৰষুণ সৰি আছিল। মনোজে অনুমান কৰিলে, এই গ্ৰহটোত চাবলগীয়া বহুতো আছে। উপত্যকাটোৰ এটা প্ৰান্তত গাড়ীখন ৰখাই মনোজে এইবাৰ নিৰীক্ষণ কৰাত লাগি গ'ল। ঠাইডোখৰ বেচ ওখ। মনোজে নিজৰ মনতে প্ৰশ্ন কৰিলে তলত কি আছে জানিবই লাগিব। আৰু এটা কথা—এয়া যদি সাগৰ-তীৰ হয়, তেনেহ'লেতো কথাই নাই। প্ৰায় সকলোবোৰ গ্ৰহতেই সাগৰতীৰেই হ'ল জীৱন-ধাৰণৰ কেন্দ্ৰস্থল। এইকথা মনোজে গৱেষণা সম্বন্ধীয় কাম কৰাৰ সুদীৰ্ঘকালৰ অভিজ্ঞতাৰ পৰা জানিছে। সেয়ে সি সতৰ্ক হবলৈও শিকিছে। সি বেছ সাৱধানতাৰেই খোজ দিলে।

কিন্তু! এই জোনহীন, জোৱাৰ-ভাটাহীন গ্ৰহটোত জীৱনৰ সম্ভাৱনা জানো আছে? মনোজে নিজেই যুক্তি বিচাৰিলে। বিশেষ আশাপ্ৰদ কিবা এটা আশা কৰা নাই। তথাপিতো, সকলো ধৰণৰ পৰীক্ষা অন্তত কিবা নহয় কিবা এটা সুফল পোৱা যাবওতো পাৰি।

কিণকিণ বৰষুণজাক এইবাৰ আঁতৰি গ'ল। চাৰিওফালৰ স্বচ্ছ পৰিবেশৰ মাজেৰে সাগৰ স্পষ্ট হৈ পৰিল মনোজৰ চকুত।

সাগৰ। প্ৰশান্ত। নিস্তৰংগ। আঃ! কি সুন্দৰ তাৰ ৰূপ। কিন্তু সাগৰ-পৃষ্ঠৰ মাজেৰে মূৰ দাঙি আছে এটা-দুটা-বহুতো সৰু, দীঘলীয়া আকাৰৰ কিছুমান খুটি। অসমান উচ্চতাৰ এই খুটিবোৰ সাগৰ-পাৰৰ কেইগজমান আঁতৰৰ পৰা সাগৰৰ চুয়োফালে প্ৰায় এমাইললৈ বিস্তৃত হৈ আছে। দূৰবীণটো লৈ মনোজে সেইবোৰ নিৰীক্ষণ কৰিলে। দেখিলে, দূৰবীণৰ আয়নাত কেবাটাও ৰং পৰিস্ফুট হৈ উঠিছে। কিছুমানৰ ৰং স্বচ্ছ, পৰিষ্কাৰ। আন কিছুমানৰ ৰং

ডাঠ। সিহঁতৰ গাবোৰো অসমান। কেতবোৰৰ গা তীক্ষ্ণ জ্যামিতিক গঠনৰ, আন কিছুমান তেনেই অসমান আৰু কেতবোৰ একেবাৰে গোলাকৃতিৰ। কিছুমান খুটি প্ৰায় পঞ্চাশফুটমান দীঘল। সি অলপ চিন্তিত হ'ল।

নিজৰ দূৰদৃষ্টিত মনোজৰ মন তৃপ্তিত ভৰি পৰিল। এনেকুৱা বিভিন্ন ৰঙৰ বিভিন্ন আকৃতিৰ খুটি—সাগৰৰ মাজত থকা সি কেতিয়াও দেখা নাই। ইয়াৰ বেছি আৰু তাক কি লাগে। যাত্ৰাৰ আগলৈ সন্থাৰ ধাৰণা আছিল নোভা-১ত হয়তো একোৱেই নাই। কিন্তু দেখা গ'ল—সন্থাৰ ধাৰণা তিমান সঁচা নহয়। অৱশ্যে মই নিশ্চিত-ৰূপে জানিব লাগিব এইবোৰনো কি—কাৰ প্ৰতীকধৰ্মী ছলনা। মনোজে ভাবিলে।

পাৰ হৈ অহা পাহাৰখনৰ পিছফালে কেইঘণ্টামানৰ আগতে গ্ৰহযানখন নামিছে এটুকুৰা ওখ ঠাইত। তাৰ ঠিক আগে আগে মনোজে তাৰ সহকৰ্মী ইন্দ্ৰনীল আৰু পল্লবৰ সতে সিহঁতৰ প্ৰথম পৰ্য্যায়ৰ পৰীক্ষা শেষ কৰি লৈছিল।

মনোজৰ ব্যাখ্যাত ইন্দ্ৰ বা পল্লব কাৰোই কবৰ একো নাই। সিহঁত তিনিওজনে চাৰিওফালে মনোযোগেৰে চকু ফুৰালে। শুকান অনুৰ্বৰ মাটি। অদ্ভুত গঠনৰ শিল। সৌৱা আধামৰা গছ নহয়নে বাৰু? আৰু সেইবোৰ চোন সমান কেতবোৰ চপৰা। মনোজৰ মনত অলপ বিৰক্তি বোধ হ'ল: ধেৎ-তেৰি, কি গ্ৰহত নো নামিলোঁ; কোনো সুন্দৰ বস্তুই নাই! না আছে ফুল, না আছে ৰূপহী গাভৰু! বাৰু যিয়েই নাথাকক—আমি আমাৰ কাম আৰম্ভ কৰো, নহয় জানো? মনোজৰ দিহা মতেই ইন্দ্ৰ আৰু পল্লবে নিজৰ নিৰ্দিষ্ট ঠাইলৈ গ'ল। গ্ৰহযানখনক একোণত ৰাখি যদি এটা সমবাহু ত্ৰিভুজ অঁকা হয় আৰু প্ৰতিটো বাহুৰ দীঘ যদি এশ কিলোমিটাৰ হয়, তেনেহলে সেই দূৰত্বত হব সিহঁতৰ প্ৰাত্তজনৰ অৱস্থান।

গ্ৰহযানত ৰ'ল পল্লব। ইন্দ্ৰ আৰু মনোজ দুয়ো দুদিশে যাত্ৰা কৰিলে নিজৰ নিজৰ ওভাৰলেগুৱাৰ লৈ।

মনোজহঁতৰ সন্থাটোৰ প্ৰধানতঃ কাম দুটা। এক নতুন নতুন গ্ৰহলৈ গৈ তাৰ প্ৰাণীজগতে ভবিষ্যত ঔপনিবেশিক সকলৰ কিবা ক্ষতি কৰিব পাৰিব নেকি তাক পৰীক্ষা কৰা, আৰু দুই, যদি ক্ষতি কৰে, তেনেহলে গ্ৰহটোৰ ভৌগোলিক সমতা অকণো নষ্ট নকৰাকৈ কেনেকৈ তাক আয়ত্তলৈ আনিব পৰা যায়, তাৰ উপায় উদ্ভাৱন কৰা। দেখা গৈছে যে, তিনিও জনক এশ কিলোমিটাৰ দূৰত্বত ত্ৰিভুজাকাৰে ৰাখি যদি সিহঁতৰ নিৰীক্ষণবোৰ বিশ্লেষণ কৰা হয়, তেতিয়া হলেহে শুদ্ধ তথ্য সংগ্ৰহ কৰিব পৰা যাব। প্ৰথমতে—কিছুমান গ্ৰহলৈ একোজনকৈ নিৰীক্ষক পঠিওৱা হৈছিল। কিন্তু কাম নহ'ল। এজনৰ দ্বাৰা কিছুমান গ্ৰহৰ বিষয়ে প্ৰায় কোনো কথাকেই আয়ত্ব কৰিব নোৱাৰি। বৰং কেইজনমান নিৰীক্ষক বৰ বিপদাপন্নহে হৈছিল। সেয়ে—এনে ধৰণৰ নতুন অভিযান আৰম্ভ কৰা হৈছে। এই অভিযানত তিনিজন নিৰীক্ষক থাকিব। তেওঁলোকে গ্ৰহ এটাত নামি সদায় সমবাহু ত্ৰিভুজ হোৱাকৈ নিৰূপিত দীঘৰ দূৰত্বত অৱস্থান কৰিব।

মনোজে তাৰ দূৰবীণৰ সহায়ত খুটিবোৰ পুনৰ সযত্নে পৰ্য্যবেক্ষণ কৰিলে। তাৰ ধাৰণা হ'ল সাগৰৰ এই অগভীৰ ঠাইডোখৰত একো একোটা খুটি আছে প্ৰায় পঞ্চাশ কিলোমিটাৰ পাৰ্থক্যত।

অলপ পিছত আকাশ পৰিষ্কাৰ হৈ পৰিল। সমুখৰ উপত্যকা স্পষ্ট হৈ মনোজৰ চকুত ধৰা দিলে। কিন্তু কি অদ্ভুত !! চলন্ত প্ৰাণীৰে গোটেই ঠাইখন ভৰ্তি !!! গাড়ীৰ পৰা নামি মনোজ দৌৰ মাৰি গ'ল—সেইবোৰ ভালকৈ চাবলৈ। গ্ৰহযানৰ পৰা এই ঠাই প্ৰায় আশী মাইল দূৰৈত। তেনেহলে এই ঠাইখন পৰীক্ষাৰ ক্ষেত্ৰ হব পাৰেঃ মনোজে মনে মনে ভাবিলে। তললৈ নমাৰ সময়ত

তাৰ ভৰিত লাগ অদ্ভুত ধৰণে মাটি থহি পৰিব ধৰিলে। অমূৰ্ত্তৰ মাটি। তাত নাই ফুল, নাই এটা গছপুলি আনকি সামান্য এডাল ঘাঁহবনো নাই! মাত্র শিলবোৰৰ গাত শেলুৱৈ লাগি আছে। বোকাময় ঠাইটুকুৰা ক্রমে সাগৰৰ ফালে এঢলীয়া হৈ নামি গৈছে।

এটুকুৰা টান ঠাই বাছি লৈ মনোজে দূৰবীণ চকুত ললে। প্রাণীবোৰৰ ভাবভংগী চাই ধাৰণা হয় সিহঁতৰ বুদ্ধি আছে; কিন্তু সিহঁতেযে কি কৰিছে সেয়া ধৰা টান। সি দেখিলে—এমূৰত দুৰ্গৰ প্রাচীৰৰ দৰে বোকামাটিৰ এখন প্রাচীৰ সাজিছে। আকাৰত জন্তুবোৰ সৰু-ডাঙৰ হলেও দেখিবলৈ একেধৰণৰ। পিঠিত টান ছাল আছে যেন লাগিল। হাত-ভৰি শকত আৰু বেঁকা—দেখিবলৈ একেবাৰেই কাছৰ দৰে। কঠিন ছালৰ ভিতৰৰ পৰা ঠিক কাছৰ দৰে এটা মূৰ আৰু আধাডজন অংগ ওলাই আছে। আগত থকা অংশ যোৰে হাতৰ, পিছৰ যোৰে ভৰিৰ আৰু মাজৰ যোৰে কেতিয়াবা হাতৰ, কেতিয়াবা ভৰিৰ কাম কৰিছে। মূৰটো বেছ ডাঙৰ, চকু মাত্র এটা—বেছ বহল। মুখখন জোঙা, দেখিবলৈ অতি কুৎসিৎ। ভৰিৰ ওপৰত ভৰ দি ঠিয় হলে ওখই প্রায় পাঁচফুট হয়; কঠিন ছালেৰে ঢকা গাটোৱে দেখিবলৈকে ইমান আপচু!

মনোজে দেখিলে—সেই জন্তুবোৰে কিছুমান শিল আৰু এবিধ ধাতুৰ মিশ্রণ লৈ গুহাৰ দৰে কিবা এটা সাজি আছিল। কেইটামানে শাৰীপাতি সাগৰ পাৰৰ ফালে গৈ আছে, কেইটামানে মাটিত গাঁত খান্দিছে আৰু অন্য কেইটামান ধ্যানমগ্ন হৈ ঠিয় হৈ আছে।

হঠাৎ পিছফালে শব্দ শুনি মনোজে ঘূৰি চালে। ঠিক তাৰ পিচফালৰ ওথ-চাপৰ ঠাইটুকুৰাৰ কিছু অংশ থহি গৈছে। সেই কাছবোৰে তাৰ ফালেই চোঁচা লৈছে, কিছুমানে দুই ভৰিৰে, আন কিছুমানে চাৰি ভৰিৰে।

ওচৰৰ পৰা দেখিলে জন্তুবোৰলৈ বেছ ভয় লাগে। কিমান

জোৰেৰেই নাহক কিয়, ধাৰণা হয় যেন কিছুমান বিৰাট পাথৰ চলং পলং কৈ আহি আছে ! ঘন আঁহ থকা হাতবোৰৰ বতাহ লাগিলেই পৰি যাব লাগিব। কপালৰ ওপৰত আকৌ সিহঁতৰ কিবা যেন এটা কঠিন বস্তু ওলমি আছে। মনোজৰ এইবাৰ সঁচাকৈয়ে ভয় লাগিল। আৰু পিছলৈ নেচাই সমুখৰ ফালে দৌৰিব ধৰিলে।

কেতবোৰ কাছৰ হাতত আছিল পিয়লাৰ আকৃতিৰ কিবা এটা পাত্ৰ। মনোজে এবাৰ পিছলৈ ঘূৰি চাওঁতেই তাৰে এটা উৰি আহিল—খুব জোৰেৰে। মনোজে লাহেকৈ মূৰটো চাপৰি দিলে। কাপটো আহি সমুখৰ মাটিত পৰিল। মনোজে হামাকুৰি দি বোকামাটিৰ ওপৰেৰে চুঁচৰি যিমান সোনকালে পাৰে ওভাৰলেণ্ডাৰৰ ফালৈ আগুৱাব ধৰিলে। কাছবোৰেও পিছে পিছে দৌৰি আহিছিল। অৱশ্যে সিহঁতে চিঞৰা নাছিল। তথাপিও কেনেকৈ জানো, সাগৰ পাৰত থকা কাছবোৰেও খবৰ পাই গৈছিল। সিহঁতো আহিছিল। জোঙা মুখবোৰ খুব বেগেৰে এবাৰ খুলিছে, এবাৰ বন্ধ কৰিছে। যেন সিহঁতে সিহঁতৰ খঙৰ ভমক দেখুৱাইছে।

মাত্ৰ কেইগজমান আঁতৰত ওভাৰলেণ্ডাৰ। মনোজ প্ৰায় দুৱাৰৰ ওচৰ পাইছেহি, এনেতে এটা কাপ আহি পৰিল মনোজৰ কান্ধত। কাপটো ভাঙি গৈ কিবাএটা জুলীয়া পদাৰ্থ তেওঁৰ কাপোৰত বিয়পি পৰিল। মনোজ ঘূৰি থিয় হ'ল। কাপ দলিমাৰি দিয়া কাছটো একেবাৰেই ওচৰ পাইছেহি। মনোজে ৰিভলভাৰটো উলিয়াই ললে, অনিচ্ছাসত্ত্বেও সি ৰশ্মি অলপ এৰি দিলে। লাগিলগৈ জন্তুটোৰ বুকুৰ ঠিক মাজখিনিতে। তৎক্ষণাৎ জন্তুটো লুটিখাই পৰিল আৰু চুঁচৰিব ধৰিলে। এই ফাকতেই মনোজে গাড়ীত উঠি দৰজা বন্ধ কৰি দিলে। গাড়ী পিছুৱাব ধৰিলে। কেতবোৰ কাপ আহি গাড়ীখনৰ গাত লাগি উফৰি পৰিল। গাড়ীখন ঘূৰাই লৈ মনোজে এটলীয়া মাটি বগাই ওপৰলৈ উঠিবলৈ আৰম্ভ কৰিলে। কান্ধখন

জ্বলি যোৱা যেন লাগিল। তথাপি সি সেইফালে মন দিবলৈ ইচ্ছা নকৰিলে। অসাৱধানতাৰ বাবে নিজৰ ওপৰতেই খং উঠিছিল মনোজৰ। অন্য গ্ৰহলৈ আহি পৃথিবীৰ জন্তুৰ দৰে দেখিবলৈ কেতবোৰ জীৱৰ পৰা পৃথিবীৰ জীৱৰ দৰেই ব্যৱহাৰ আশা কৰাটো তেওঁৰ নিশ্চয় সাংঘাতিক ভুল হৈছে। এই জন্তুবোৰৰ ভিতৰত এনেকুৱা এটা হিংসুক প্ৰবৃত্তি আছে যে সেইফালেদি কাছৰ লগত সিহঁতৰ তুলনা অবাস্তৱ।

প্ৰায় এমাইল জোৰা এচলীয়া ঠাইটুকুৰা বগাই ওভাৰলেণ্ডাৰ খন ৰৈ গ'ল। বোকামাটিত চকা আৰু ঘুৰে, পিছলি যায়। চকাৰ ঠাইত এইবাৰ পেটী নমাই দিবলগীয়া হ'ল। কিন্তু চলাবলৈ আৰম্ভ কৰাৰ লগেলগে আকৌ এটা কৰ্কশ শব্দ কৰি গাড়ীখন ৰৈ গ'ল। কোনো পথ্যেই মনোজে আৰু সেইখন লৰাব নোৱাৰিলে।

চকা আৰু পেটী, একেলগে দুয়োবিধৰ ব্যৱহাৰ কৰিলে। নাই, কোনো ফল পোৱা নগ'ল।

খিৰিকীৰে মুখ উলিয়াই মনোজে দেখিলে এটা কাছ পেটীৰ ভিতৰত লাগি গৈছে। আৰু, অকল লাগি যোৱাই নহয়, তাৰ ওপৰৰ টান ছালখনো ভাঙি গৈছে। জন্তুটোৰ অৱস্থা দেখি মনোজৰ অলপ মায়া হ'ল মনে মনে। বিৰক্তিও উপজিল।

মনোজে লাহেকৈ নামি আহিল। মনে মনে সি ভাবিলে: বেচেৰাই নিশ্চয় গোপনে গাড়ীখনত উঠিবলৈ বিচাৰিছিল। নহলে সিতো তাৰ দলৰ সতেই থাকিলহেঁতেন!

এডাল ডাঙৰ লোহাৰ শলা চকাটোৰ ভিতৰেৰে সুমুৱাই দিলে মনোজে। সি কাছখনত পোৰনি অনুভব কৰিলে। ইপিনে কাছৰ দলটোও ক্ৰমেই আগুৱাই আহিছে। সকলোতকৈ বিপদৰ কথা হ'ল, ক্ৰমেই সন্ধ্যা হৈ আহিছে। নোভা-১ ৰ পাতল পোহৰ ক্ৰমেই ক্ষীণ হৈ আহিছে। অলপ পিছতেই পোহৰৰ শেষ ৰেখাদালো

নোহোৱা হৈ যাব। মচ খাই যাব সমস্ত পোহৰ। এই গ্ৰহটোত মাত্ৰ পোনেবাৰ ঘণ্টাতে দিন-ৰাতি হয়। ত্ৰাঘিমাত পোহৰ থাকে মাত্ৰ ছয় ঘণ্টা। মনোজে ভাবিলে, এই কথাটো ঔপনিবেশিক সকলৰ হয়তো একেবাৰেই মনঃপূত নহব।

শলাডালেৰে লৰাই দিয়াৰ লগেলগেই আহত জন্তুটোৱে গুজৰি উঠিল। পেটীডালৰ দুটা দাঁতৰ মাজত তাৰ কঠিন ছাল ইমান জোৰেৰে লাগি গৈছে যে হাতুৰীৰে জোৰকৈ কোবাই নিদিলে উলিয়াই অনাৰ উপায় নাই। ইতিমধ্যেই জন্তুবোৰ একেবাৰে ওচৰ পাইছেহি। মনোজ বিমূঢ় হৈ পৰিল। সি আকৌ গাড়ীৰ ভিতৰত সোমাই পৰিল। একমিনিট পাৰ নৌ হওঁতেই পঞ্চাশ ষাঠিটা জন্তুৱে গাড়ীখনৰ গাত এনেকৈ চপৰিয়াবলৈ ধৰিলে যে গাড়ীৰ ভিতৰত জনজনাই শব্দ হৈ উঠিল। দিনৰ পোহৰ একেবাৰেই শেষ হৈ গৈছে। বাহিৰৰ অৱস্থাটো চাবৰ বাবে মনোজ এইবাৰ গাড়ীৰ ডাঙৰ বিজুলীচাকিটো জ্বলাই দিলে। দেখিলে, জন্তুবোৰ একেবাৰে পিচ হুঁহকি গৈছে। গাড়ীৰ তীব্ৰ পোহৰ সিহঁতে সহ্য কৰিব পৰা নাই। সিহঁতৰ চকুবোৰ মুকুতাৰ দৰে জিলিকিছে। কপালত ওলমি থকা মাংসপিণ্ডটো যেন সচেতন হৈ উঠিছে।

ওভাৰলেণ্ডাৰখন প্ৰকৃততে এটা চলন্ত দুৰ্গ। তাত ইমান অস্ত্ৰ-শস্ত্ৰৰ আয়োজন আছে যে জন্তুবোৰক ইচ্ছা কৰিলে মনোজে নিমিষতে একেবাৰে নিঃচিহ্ন কৰি পেলাব পাৰে। কিন্তু মনোজৰ সিহঁতক মাৰি পেলোৱাৰ উদ্দেশ্য নহয়। সেইবাবে তেওঁ মনে মনে বহি ৰ'ল গাড়ীৰ ভিতৰত, সিহঁতেনো কি কৰে চাবলৈ।

গাড়ীখন সিহঁতৰ কৌতূহলৰ বস্তু হৈ পৰিছে, সন্দেহ নাই। নিশ্চয় সিহঁতৰ খঙো উঠিছে। কিন্তু······মনোজৰ ধাৰণা হ'ল, কৌতূহল আৰু খঙৰ বাহিৰেও কিবা এটা বিশেষ ধৰণৰ অনুভূতিয়ে, কিবা এটা বিশেষ ধৰণৰ চেতনাই যেন সিহঁতৰ সমস্ত কাৰ্য্য-কলাপ,

গতিবিধি নিয়ন্ত্ৰণ কৰিছে। পোহৰ আৰু আন্ধাৰৰ সীমনাত সিহঁতে বুদ্ধিমান জীৱৰ দৰেই অসীম ধৈৰ্য্যৰে অপেক্ষা কৰি বহি ৰ'ল। মনোজ গাড়ীখনৰ পিচফালে থকা এটা সৰু কোঠাৰ ভিতৰত সোমাল। আৰু এটা বুটাম টিপি দিলে। লগেলগে এডাল টেলিস্কোপিক ষ্টেণ্ড ঠিয় হৈ উঠিল গাড়ীখনৰ প্ৰায় দহফুট ওপৰলৈ। তাৰ মূৰত লগোৱা আছিল এটা আৰ্কলাইট। জ্বলাই দিয়াৰ লগে লগেই তীব্ৰ পোহৰৰ ঢৌৱে ঠাইটুকুৰা উটুৱাই দিলে—বহুদূৰলৈ। হাতে ভৰিৰে ধপধপাই শব্দ কৰি জন্তুবোৰ আৰু কিছুদূৰ পিছুৱাই গ'ল। কেইটামান কাপ আহি আকৌ গাড়ীখনৰ গাত পৰিলহি।

এইবাৰ মনোজ গাড়ীৰ ভিতৰত থকা পৰীক্ষাগাৰত সোমাল। কান্ধৰ পৰা কিলাকুটিলৈ একেবাৰে ৰঙা হৈ গৈছে। ঠায়ে ঠায়ে পানীজলাও বান্ধিছে। এটা সাধাৰণ পৰীক্ষা কৰি মনোজে বুজিব পাৰিলে—কাপবোৰত আছিল চালফিউৰিক এচিডৰ এটা বেচ কড়া মিশ্ৰণ। মলম লগাই বেণ্ডেজ বান্ধি মনোজে আকৌ বাহিৰৰ অৱস্থাটো চাবলৈ গ'ল। প্ৰায় চল্লিশগজমান আঁতৰত জন্তুবোৰ এক গোট হৈ ৰৈ আছে। সিহঁতৰ অস্থিৰতা বাৰুকৈয়ে ধৰিব পৰা যায়।

বাহিৰলৈ ওলাই যাব খুজি মনোজে ভাবিলে, এচিডকাপ যদি আকৌ মাৰি পঠিয়ায় সিহঁতে!

ৰশ্মি-ৰাইফলটো আকাশৰ পিনে পোনাই ঠিক কৰি ললে মনোজে। ৫০ চেকেণ্ডৰ মূৰে মূৰে সময় যন্ত্ৰই কাম কৰিব। প্ৰথম ফায়াৰিং আৰম্ভ হোৱাৰ লগে লগেই হাতুৰী হাতত লৈ মনোজ নামি পৰিল।

ৰাইফল জ্বলি উঠাৰ লগে লগে তীব্ৰ সেউজীয়া পোহাৰে ঠাইখন ছাটি মাৰি গ'ল? আবদ্ধা পোহৰৰ দেশ নোভাত এই তীব্ৰ পোহৰ দেখি জন্তুবোৰে বোধহয় ভয় খালে। সিহঁত ৱেনিয়ে-ভেনিয়ে পলাবলৈ ধৰিলে। এই সুযোগতে মনোজে হাতুৰীৰ সহায়ত পেটাৰ

ভিতৰৰ পৰা জন্তুটোক উলিয়াই পেলালে। জন্তুটো মৰি গৈছে। ৰাইফলে পাঁচবাৰ মান ফায়াৰিং কৰোঁতেই মনোজৰ কাম শেষ হৈ গ'ল। জন্তুটোৰ বিৰাট মূৰটো, কঠিন ছাল আৰু দেহৰ কিছু অংশ লৈ মনোজ এইবাৰ গাড়ীত উঠিল। আৰ্ক ৰাইফল দুটাৰ কাম বন্ধ কৰি মনোজে আকৌ গাড়ী চলাবলৈ লাগিল। বোকামাটিৰ ওপৰেৰে এচলীয়া ঠাই বগাই বগাই গাড়ী ওপৰলৈ উঠিব ধৰিলে, জন্তুবোৰেও পুনৰ গাড়ীখনৰ পিছে পিছে দৌৰিব ধৰিলে। সিহঁতৰ গোৱঁৰামি দেখি মনোজৰ মনে মনে হাঁহি উঠিল।

ঘড়ীৰ পিনে চাই দেখিলে, পল্লব আৰু ইন্দ্ৰৰ সতে কথা-বতৰা হোৱাৰ সময় হৈছে। প্ৰায় আঠ মাইল মান আগুৱাই আহি মনোজে গাড়ী ৰখালে। আৰ্কলাইটটো আকৌ জ্বলাই দিলে। তিনি মিনিট মানৰ ভিতৰতেই জন্তুবোৰ পিছুৱাই লৈ আকৌ আগৰ দৰেই আন্ধাৰ আৰু পোহৰৰ সীমনাত ৰৈ পৰিল।

চাৰিওপিনে ঘন অন্ধকাৰ। বেতাৰ-যন্ত্ৰৰ ওচৰলৈ আগবাঢ়ি গ'ল মনোজ। তৰংগ নিৰ্দ্ধাৰক যন্ত্ৰৰ সহায়ত পল্লবক মাতিলে। কেইচেকেণ্ডমানৰ ভিতৰতেই ইন্দ্ৰ আৰু পল্লব দুয়োৰো কণ্ঠস্বৰ শুনা গ'ল। পল্লবৰ কথা-বতৰা শান্ত ; ইন্দ্ৰৰ কণ্ঠস্বৰ উদ্‌গ্ৰীব চঞ্চল।

পল্লবে কৈ গ'ল : 'কবলগীয়া বিশেষ একো ঘটা নাই। প্ৰাণী থকাৰ লক্ষণ বিশেষ একো নাই, যদিও অণুবীক্ষণ যন্ত্ৰত কেইটিমান লক্ষণ ধৰা পৰিছে। মাত্ৰ পঞ্চাশ মিলিমিটাৰ দীঘল এডাল কেঁচু পোৱা গৈছে। দিনবোৰ ইয়াত বৰ চুটি। মই ইয়াৰ মাটি আৰু উইহাফলু খান্দি খান্দি ফুৰিছিলোঁ। ধাৰণা হ'ল : গ্ৰহটো খনিজ পদাৰ্থৰে ভৰা। হয়তো অহা দহবছৰৰ ভিতৰতেই ঔপনিবেশিক সকলে নোভা—১ৰ সকলো মাটি খান্দি পেলাব। কত কোটি বছৰ ধৰি নিবিড় প্ৰশান্তিত শুই থকা গ্ৰহটোৰ সকলো শান্ত অহা দহবছৰৰ ভিতৰত বুলদোজাৰৰ নিষ্ঠুৰ আঘাতে নিঃশেষ কৰি দিব যেন

লাগিছে। আপুনি যোৱাৰ পিছৰ পৰাই ইয়াত বৰষুণ আৰম্ভ হৈছে আৰু বৰষুণৰ পানীত প্ৰচুৰ পৰিমাণে এচিড। আৰু, আচৰিত কি জানে—এই এচিডৰ অনুপাত ঘণ্টাই ঘণ্টাই সলনি হৈছে। সলনিৰ হিচাপ অৱশ্যে মই ৰাখিছোঁ।'

'ভাগ্য ভাল যে গ্ৰহযানখন আৰু গাড়ীবোৰ তীখাৰে তৈয়াৰী।' ইন্দ্ৰই কৈ উঠিল।

'হলেও ইয়াৰ মাটি ভাল। প্ৰকৃতিয়ে যেন ইয়াত জীৱতকৈ জড় পদাৰ্থক বেছি প্ৰাধান্য দিছে। চেষ্টা কৰিলে হয়তো ইয়াত শস্যও উৎপন্ন কৰিব পৰা যাব—বিশেষকৈ এচিডিক ধাতুবিশিষ্ট শস্য।'

পল্লৱ ৰোৱাৰ লগে লগেই ইন্দ্ৰনীলে আৰম্ভ কৰিলে: 'এইকালটো একেবাৰেই শুকান, খটখটীয়া। এশাৰী পাহাৰৰ পিচফালৰ এটা উপত্যকাত মই আছোঁ।' ৰাডাৰৰ সংকেত মতে ইয়াৰ পৰা সাগৰ চৈধ্য মাইল দূৰৈত। চাবিওফালে ইমান নীৰৱ পৰিবেশ যে গাড়ীৰ ভিতৰত বহি থোৱাৰ বাহিৰে আন একোকেই মই কৰিব পৰা নাই।'

'খোৱা শেষ কৰি তুমি কিবা কৰিছা নেকি?' মনোজে সুধিলে।

'হয়, মই ৰেডিঅ'টো লবাই চবাই আছিলোঁ। চাওকচোন, পাঁচালী মেগাচাইক্‌ল্‌অতো আমাৰ কণ্ঠস্বৰ কিমান স্পষ্ট! আচৰিত কথা, যেন আটাইবোৰ ফ্ৰিকুৱেন্সিয়েই নিযুক্ত হৈ আছে। তাৰোপৰি সেইবোৰ ধৰিলে ধাৰণা হয় যেন কিবা এটা অদ্ভুত ধৰণৰ গান শুনিছোঁ! কাইলৈ যদি বিশেষ একো ঘটনা নঘটে, তেনেহলে গ্ৰহযানখন লৈ উভতি গৈ মই আকাশৰ বিভিন্ন স্তৰ সমূহৰ এখন তালিকা বনাম বুলি ভাবিছোঁ। ঔপনিবেশিকসকল ইয়ালৈ আহিলেতো বেতাৰৰ প্ৰয়োজন হবই, গতিকে কামবোৰ আগতীয়াই থাকিব......'

—'ইয়াৰ আকাশৰ স্তৰ বিভাগৰ খবৰ জনাবলৈ আঁমাক পঠিওৱা হোৱা নাই।' মনোজে ক'লে, 'আকাশৰ ওপৰত প্ৰতিফলনকাৰী

স্তৰ নাথাকিলেও পোনপটীয়া ভাবেই ঔপনিৱেশিকসকলে কথা-বতৰা হ'ব পাৰিব—ঠিক আমি এতিয়া কৰাৰ দৰেই। মাটিত তুমি বিশেষ কিবা উল্লেখযোগ্য বস্তু বিচাৰি পাইছানে ?'

ইন্দ্ৰই দাড়ি পকাই পকাই অতি শান্ত স্বৰত উত্তৰ দিলে : 'ইয়াত কেতবোৰ জন্তু দেখিছোঁ অৱশ্যে, দেখিবলৈ একেবাৰে কাছৰ দৰে। মূৰটো বৰ ডাঙৰ। অতি কুৎসিত ভাৱে মাজে মাজে লৰচৰ কৰে। দাঁত আছে যদিও ক্ষতিকৰ বুলি ধাৰণা নহয়। ইহঁতক 'প্লিমজোল স্পেচিচ'ৰ অন্তৰ্ভুক্ত বুলিও ভাবিবৰ থল নাই। ঔপনিবেশিকসকলৰ খাদ্যদ্ৰব্য হিচাবেও হয়তো ব্যৱহৃত নহব। আপোনাৰ এই বিষয়ে কেনে ধাৰণা বাৰু ?'

মনোজৰ কথাবোৰ যেন বিশ্বাস হোৱা নাছিল। সুধিলে, 'সিহঁতে বাৰু ছখন ভৰিৰে চলাফিৰা কৰে নেকি ?'

'হয়।' মই গৈ লাথি মাৰি দিওঁতে হাত-ভৰিবোৰ পেটৰ ভিতৰলৈ কোঁচ খুৱাই লৈ গ'ল কিন্তু মূৰটো ভিতৰলৈ নাযায়। সেই অৱস্থাত সিহঁতক শিলৰ টুকুৰা যেন দেখি। আপুনিও তেনেকুৱা প্ৰাণী দেখিছে নেকি ? চলাফুৰা কৰা দেখিছে ?'

'এৰা, মই দেখা প্ৰাণীবোৰে পিছভৰি দুখনৰ ওপৰত ভৰ দি খোজ কাঢ়ে।' মনোজৰ কণ্ঠস্বৰত গম্ভীৰতা, সাৱধানতাৰ সুৰ স্পষ্ট। খুব সংক্ষেপে তেওঁ সকলোখিনি ঘটনা ইন্দ্ৰক জনালে। এচিড কাপ দলিওৱা কথোটোও জনালে। মাত্ৰ নজনালে যে এতিয়াও সিহঁতে তাক আগুৰি ধৰি আছে চাৰিওকালে।

'ওভাৰলেণ্ডাৰৰ দৰে এটা নিৰাপদ আশ্ৰয় নাথাকিলে ঔপনিবেশিকসকলৰ বাবে এই ঠাই বিপদজনক হৈ পৰিব।' মনোজে গম্ভীৰভাৱে কলে।

অলপ বৈ ইন্দ্ৰই পুনৰ ক'লে : 'আপুনি সম্ভৱতঃ তাত একেটা বস্তুৰে এটা বেলেগ জাৰ্ত দেখিছে। ইয়াৰ জন্তুবোৰে কিন্তু দুভৰিৰে

খোজ নাকাঢ়ে। এচিড-কাপ জাতীয় কোনো বস্তুও সিহঁতৰ লগত নাই। চালফিউৰিক এচিড বাক ইহঁতে ক'ত পালে? প্ৰোতাৰ টাৱাৰ ধৰণৰ কিবা সিহঁতৰ আছে নেকি বাক?'

এইবাৰ পল্লৱে উত্তৰ দিলে: 'মই কিছুমান সাধাৰণ 'চল্ট' পাইছোঁ যাৰ পৰা এই এচিড তৈয়াৰ কৰা সম্ভৱপৰ। কিন্তু আপুনি কৰ খোজে নেকি যে ইহঁতৰ ইমানখিনি বুদ্ধি আছে......'

'এই মুহূৰ্তত মই এই বিষয়ে একো নোকোৱাই সমীচীন।' মনোজে উদাসীন ভাৱে উত্তৰ দিলে।

ইন্দ্ৰনীলে মনোজক আৰু কিবা সুধিবলৈ উৎসাহ নাপালে। এইবাৰ পল্লৱক সুধিলে: 'তুমি থকা ঠাইৰ কাষৰীয়াৰে কি কৰে বাৰু? থিয় হৈ খোজকাঢ়ে নে বুকেৰে বগাই ফুৰে?'

এক মুহূৰ্তৰ নিস্তব্ধতাৰ অন্তত পল্লৱে ক'লে: 'মই এতিয়ালৈকে এনেধৰণৰ কোনো প্ৰাণী দেখা নাই। কিন্তু ৰ'বচোন, বাহিৰত যেন কিবা কিছুমান ঘূৰি ফুৰিছে!' পল্লৱৰ কণ্ঠস্বৰত ব্যস্ততা পৰিস্ফুট হ'ল।

কিছুসময়ৰ নিস্তব্ধতাৰ অন্তত পুনৰ পল্লৱৰ কণ্ঠস্বৰ শুনা গ'ল: 'হয় চাৰ, আচৰিত কথা—ইয়াতো সেই কাছ আছে। দিনতো সিহঁত আছিল নিশ্চয়—কিন্তু দিনৰ পোহৰত সিহঁতক সঁচাকৈয়ে শিলৰ টুকুৰা যেন দেখা গৈছিল। এতিয়া ঘূৰি ফুৰিবলৈ আৰম্ভ কৰি দিছে।'

'চাবা যাতে গ্ৰহযানখনৰ খুব ওচৰলৈ নাহে। বাৰু, সিহঁতে ছুখন ভৰিৰে খোজ কাঢ়িছে নেকি?'

'নহয়, মাত্ৰ পিছভৰি ছুখনৰ ওপৰত ভৰ দিয়ে ঘূৰি ফুৰিছে। সিহঁতক বৰ ব্যস্ত যেন লাগিছে। বাহিৰৰ পৰা ওভাৰলেণ্ডাৰখন খুব ভালকৈ নিৰীক্ষণ কৰিব ধৰা যেন লাগিছে। মই এতিয়া কি কৰা উচিত হ'ব বাৰু?'

মনোজে ক'লে, 'কিছুমান তীব্ৰ-পোহৰ দিয়া। দেখিবা, সিহঁত আঁতৰি পলাব।'

এবা, পল্লবে তীব্র পোহৰ জ্বলাই দিয়াৰ লগে লগেই সিহঁত আঁতৰি পলাল। মৰম-মিহলি কণ্ঠেৰে মনোজে পল্লবক সাৱধান কৰি দিলে, যাতে জন্তুবোৰে তাৰ গালৈ এচিড-কাপ দলিয়াবলৈ সুবিধা নাপায়।

মনোজৰ কথা-বতৰাৰ ধৰণত ইন্দ্ৰৰ সন্দেহ হ'ল, স্পষ্টকৈয়ে সুধিলে: 'আপুনি আমাৰ পৰা ইহঁতৰ বিষয়ে কিবা কথা লুকুৱাইছে নেকি বাৰু? ইহঁতক লৈ আপোনাৰ বিপদত পৰিবলগীয়া হোৱা নাইতো?'

'মই ঠিকেই আছোঁ ইন্দ্ৰ। তুমি নিশ্চিন্তমনে শুই থাকা মাত্ৰ। কাইলৈ ৰাতিপুৱা আঠবজাত পুনৰ কথা হ'ম আমি। শুভ-ৰাত্ৰি দেই।'

পোহৰ নুমাই গ'ল। মূৰ খজুৱাই ইন্দ্ৰনীলে ভাবিলে, মনোজে নিশ্চয় কিবা কথা লুকুৱাইছে। মনোজৰ স্বভাৱ তাৰ অজানা নহয়। নিশ্চয় পল্লব আৰু মনোজ দুয়োজনেই বহুতো কিবাকিবি আমোদজনক বস্তু দেখিবলৈ পাইছে। তাৰ ফালটোতহে বিশেষ একো নাই। মনে মনে ইন্দ্ৰই প্ৰতিজ্ঞা কৰিলে, কাইলৈ তেওঁ অইন একো নহলেও কেইটামান কাছকণীকেই যোগাৰ কৰিব। তাৰ পিছত এখন কিতাপ খুলি বহিল। জেমচ্ কনৰাডৰ এখন গল্প সংকলন। ইন্দ্ৰই ভাবে যে পুৰণি লিখকসকলৰ ভিতৰত একমাত্ৰ জেমচ্ কনৰাডেই যি কোনো গ্ৰহৰ প্ৰকৃত বৰ্ণনা ডাঙি ধৰিব পাৰে, প্ৰকৃত ছবি আঁকিব পাৰে।

"...চাৰিওফালে নিস্তব্ধতা। পামগছৰ পাতবোৰৰ পিছফালে আকাশ নিশ্চুপ হৈ ৰৈ আছে। তীৰৰ ওপৰত এটা গছৰ ডালো লৰচৰ কৰা নাই। সেউজীয়া পাতৰ ফাঁকে ফাঁকে তাম্ৰবৰণীয়া ঘৰৰ চালবোৰে ভুমুকি মাৰিছে। পাতবোৰ ডাঙৰ ডাঙৰ, যেন গধুৰ ধাতুৰ দ্বাৰা তৈয়াৰী। চিক্‌মিকাই আছে, অথচ লৰচৰ কৰা নাই। বিগত

নাবিকসকলৰ প্ৰতিটো দিন ইয়াত কিমান পুৰণি, কিমান ৰহস্যময়, উজ্জ্বল আৰু গম্ভীৰ, জীৱন্ত আৰু অপৰিৱৰ্তিত, ভয়ংকৰ অথচ সম্ভাৱনাপূৰ্ণ…"

ইন্দ্ৰ যেন অভিভূত হৈ পৰিল। চাৰে তিনিশ' বছৰৰ আগতে কনৰাডে লিখি থৈ যোৱা এইবোৰ কথাৰ মাজত এটা সত্য, এটা গভীৰ সত্য নিহিত আছে। সকলো সূৰ্য্যৰ পোহৰৰ প্ৰাচুৰ্য্যৰ মাজতো কিবা এক ৰহস্য লুকাই থাকে। বিজ্ঞানে তাৰেই নাম দিছে শক্তি ( ধৰ্মই হয়তো তাৰ নাম দিছে ঈশ্বৰ )। মানুহ নতুবা এই যে কাছবোৰ, ইহঁতে যিয়েই নকৰক লাগিলে, সেই ৰহস্যৰ ব্যূহ কোনেও কেতিয়াও ভেদ কৰিব নোৱাৰে !

শুবলৈ যোৱাৰ আগেআগে মনোজ এবাৰ খিৰিকীৰ ওচৰলৈ গ'ল। কাছবোৰ এতিয়াও পোহৰৰ সীমাৰ বাহিৰত। আগৰ দৰে সিহঁত এতিয়া ব্যস্ত নহয় যদিও একেবাৰে নিঃসাৰ নহয়। আকাশত মেঘৰ গাজনিৰ শব্দ ক্ৰমাত ক্ষীণ হৈ আহিছে।

মনোজে ভাবিলে, এই সৰু পৰিধিৰ ভিতৰতেই একেটা অন্তৰ তিনিটা জাত দেখা গৈছে। তেওঁৰ নিজৰ চাৰিওকালে থকাবোৰৰ কাৰ্য্যকলাপ দেখিলে প্ৰিমজোল স্পেচিচৰ কথাই প্ৰথমে মনলৈ আহে। হিংস্ৰ আৰু কৰ্মপ্ৰৱণ প্ৰবৃত্তি। উৎসুক, কৌতূহলী। পল্লৱৰ সীমাৰ ভিতৰত থকাবোৰৰ কাৰ্য্য-কলাপ আৰম্ভ হয় ৰাতি। সিহঁত দেখিবলৈকো ইমান কুৰূপ নহয়। ইন্দ্ৰৰ সীমাৰ ভিতৰত থকাবোৰৰ স্বভাৱ আৰু তলখাপৰ। সিহঁত একেবাৰেই কাছৰ দৰে। এই বিভিন্নতাৰ নিশ্চয় কাৰণ আছে। কিন্তু তাৰ হাতত এতিয়াও এনে কোনো তথ্য পৰাহি নাই—যাৰ দ্বাৰা এই ৰহস্য ভেদ কৰা সম্ভৱ হ'ব পাৰে।

খিৰিকীৰ ওচৰৰ পৰা এইবাৰ মনোজ গৈ গাড়ীখনৰ চালকৰ ঠাইত বহিলগৈ। আকৌ কিছু দূৰ ওথ ঠাই বগাই গৈ সাগৰ-পাৰলৈ

আগুৱাই গ'ল। তীৰ পোৱাৰ প্ৰায় তিনি মাইল মান থাকোঁতে গাড়ী ৰখালে।

জন্তুবোৰে তেতিয়াও গাড়ীখন অনুসৰণ কৰিছিল। এইবাৰ সিহঁতৰ উৎসাহ আগতকৈ যেন বহুত কম। কিছুমানক দেখি ধাৰণা হৈছে যেন সিহঁতৰ মনত দ্বিধা জন্মিছে। প্ৰায় চল্লিশটা মান কাছই দল বান্ধি ওভাৰলেণ্ডাৰখনৰ চাৰিওফালে বহি ৰ'ল—পোহৰৰ সীমাৰ পৰা আঁতৰত। মনোজ এইবাৰ শুবলৈ গ'ল। কিন্তু এটা অবুজ ৰহস্যই তাৰ মগজুত, তাৰ চিন্তাধাৰাত বাৰে বাৰে দোলা দি যাব ধৰিলে। অলপ সময়ো সি শুই থাকিব নোৱাৰিলে। উঠি আহিল আৰু একেবাৰে পৰীক্ষাগাৰ পালেহি। গাড়ীৰ চকাত লাগি মৰি যোৱা কাছটোৰ ধ্বংসাৱশিষ্টখিনি ফ্ৰিজিদিয়াৰৰ পৰা উলিয়াই আনিলে।

প্ৰথমেই মূৰটোত মনোনিবেশ কৰিলে মনোজে। মুখখন খুব সৰু সৰু ঘন আঁহেৰে ভৰা। মূৰৰ ওপৰত ওলমিথকা মাংসপিণ্ডৰ দৰে দেখা বস্তুটো প্ৰকৃততে এটুকুৰা 'কাৰ্টিলেজ'। সিহঁতৰ জিভা নাই কিন্তু দাঁতৰ গুৰিবোৰ অতি টান, তীক্ষ্ণ আৰু জোঙা। কিছু অংশ গুৰি কৰি লৈ মনোজে বিশ্লেষণ কৰাত লাগিল। সিহঁত প্ৰধানতঃ 'আয়ৰন টাংষ্টেন' আৰু 'মেগনেচিয়াম কচকেট'ৰ দ্বাৰা তৈয়াৰী। দাঁতৰ আলুৰ আশেপাশে লাগিথকা খনিজ পদাৰ্থবোৰৰ পৰা বুজা গ'ল যে ইহঁতে কোমল ধৰণৰ শিল পৰ্য্যন্ত এই দাঁতেৰে ভাঙিব পাৰে। পৰিপাক প্ৰণালী বিশ্লেষণ কৰিও মনোজে দেখিলে যে ইহঁতৰ প্ৰধান খাদ্য হৈছে খনিজ পদাৰ্থ, যিবোৰ জীৱ পৰমাণুলৈ ৰূপান্তৰিত হৈ তেজৰ স'তে মিহলি হৈ যায় আৰু শৰীৰৰ বিভিন্ন অংগ-প্ৰত্যংগৰ পুষ্টিসাধনত সহায় কৰে।

ইহঁতৰ একমাত্ৰ পৰমধন হ'ল চকুটো। অৱশ্যে আন এটি অসাধাৰণ যন্ত্ৰও আছে। অণুবীক্ষণ যন্ত্ৰৰ সহায়ত চকুটো বিশ্লেষণ কৰি মনোজ তাৰ বিবৰণ 'টেপ ৰেকৰ্ডাৰ'ত ধৰি ৰাখিলে :

"...ইহঁতে দিনবাতি—সকলো সময়তেই চকুৰে দেখে। মানুহৰ দৃষ্টিসীমাতকৈ ইহঁতৰ দৃষ্টিসীমা বহুত বেছি। সেইবাবেই 'ইনফ্ৰা-ৰেড' আৰু 'আলট্ৰা ভায়োলেট' দুয়োটাতেই ইহঁতে সমানে দেখা পায়। অৱশ্যে নোভা-১ৰ অন্ধকাৰাচ্ছন্ন পৰিবেশৰ বাবেও এনেকুৱা হব পাৰে। কিন্তু এই কথা অনস্বীকাৰ্য্য যে এই জন্তুবোৰৰ পৰিবেশৰ সতে নিজকে খাপ খুৱাই লব পৰা অদ্ভুত ক্ষমতা আছে। সেইকালৰ পৰা সিহঁতক কাছ বুলি নকৈ সৰীসৃপ জাতীয় প্ৰাণী বুলিহে ধৰিব পাৰি।..."

এইবাৰ মনোজে মগজুটো অস্ত্ৰোপচাৰ কৰাৰ যো-জা কৰিলে।

মূৰৰ খোলাটো অসম্ভৱ টান। মনোজৰ লগত থকা আটাইতকৈ ভাল অস্ত্ৰপাতেও বিশেষ কাম নিদিলে। শেষত গতি-নিয়ন্ত্ৰক যন্ত্ৰত পূৰ্ণ গতি দিওঁতেই খোলাটোত বিন্ধা হবলৈ ধৰিলে। অলপ সময়ৰ পিচতে এটা মৃদু বিস্ফোৰণৰ শব্দ হ'ল—খোলাটো ফাটি গ'ল।

খোলাটোত হোৱা বিন্ধাৰ মাজেদি 'পেন-টৰ্চ'ৰ পোহৰ পেলাই মনোজে মূৰৰ ভিতৰভাগ চালে। শব্দটো আচলতে বিস্ফোৰণৰ নাছিল, খোলাটোৰ ভিতৰৰ পৰা ওলোৱা এটা মৃদু শব্দ মাত্ৰ। সৰীসৃপ জাতীয় প্ৰাণীৰ মগজু নাথাকে, কেৱল খোলৰ ভিতৰত আছে বায়ুহীন শূন্যতা। সেই ঠাইখিনিক তিনিভাগত ভাগ কৰিছে দুডাল পাতল হাড়ে।

মনোজে অবাক হৈ চাই ৰ'ল সেইফালে। কাছটোৰ মূৰৰ ওপৰত থকা চকুটোৱেও যেন টঁ টঁ কৈ চাই ৰ'ল মনোজৰ মুখলৈ।

পল্লবৰ কথাবোৰে মনোজৰ কাণত যেন বাজিব ধৰিলে :..."...কত কোটি বছৰ সিহঁতে নিবিড় প্ৰশান্তিৰ মাজত পাৰ কৰি দিছিল,...", কিন্তু এই শূন্য ঠাইটুকুৰাত সি কিমান শান্তিত যে কোটিবছৰ ধৰি ৰাজত্ব চলাইছে।

গাজনিৰ শব্দ এতিয়া ক্ৰমান্বয়ে ক্ষীণ হৈ আহিছে। এই ধূসৰ ৰাতিপুৱা যেন সাৰ পাই উঠিছে নোভাৰ মেঘালী দিগন্তত। টোপনি ভাঙোতে অলপ পলমেই হৈ গ'ল আজি মনোজৰ।

বাহিৰৰ দৃশ্যাৱলী প্ৰায় স্পষ্ট হৈ উঠিল। ঘুৰিওকালে চকু ফুৰালে মনোজে। পিছফালে এখন পাহাৰ। এটা শৃংগও নাই তাত। পাহাৰখন বগা। সমুখত সুবিশাল পথাৰ, এঢলীয়া হৈ নামি গৈছে সাগৰৰ ফালে। দুচকুৰ দৃষ্টিৰ শেষ সীমাৰ ভিতৰত মাত্ৰ কেইডালমান নঙঠা গছ।

জন্তুবোৰ যেন কিছুমান শিলৰ টুকুৰা। নিস্তব্ধ, নিস্পন্দ, স্থবিৰ। সাগৰৰ ঢৌৱে মাজে মাজে আহি ঢৌৱাই গৈছেহি।

জলপানৰ বাটি হাতত লৈ মনোজ নামি আহিল। জন্তুবোৰৰ মাজে মাজে ঘূৰিফুৰাৰ লগে লগে খাবলৈ লাগিল ৰাতিপুৱাৰ আহাৰ। জন্তুবোৰে যেন লৰচৰ কৰিবলৈ বিচাৰিছে, অথচ পৰা নাই। মাত্ৰ যোৱাকালি যিবোৰৰ হিংস্ৰ আচৰণৰ ভয়ত পলাবলগীয়া হৈছিল মনোজ, সিহঁতেই আজি মাতালৰ দৰে ঢলং পলং কৈ আছে, অথচ ভালকৈ লৰচৰ কৰিবও পৰা নাই। ওভাৰলেণ্ডাৰখনৰ ওচৰত থকা কেইটা একেবাৰেই অলৰ-অচৰ। এঢলীয়াখিনিত থকা কেইটাই যেন বৰ কষ্টেৰে নিজৰ নিজৰ শৰীৰ কেইটাক সাগৰৰ পিনে টানি নিবলৈ চেষ্টা কৰিছে।

মনোজ আগবাঢ়ি গ'ল—নিস্পন্দ হৈ থকা জন্তু এটাৰ ফালে। আঙুলিৰে তাৰ পিঠিত কেইটামান টোকৰ মাৰি কিবা যেন পৰীক্ষা কৰি চালে। ঘড়ীলৈ চাই দেখিলে, আঠটা বাজিবলৈ আৰু বেচি সময় নাই। বেতাৰ-যন্ত্ৰৰ ওচৰলৈ গৈ মনোজ বহিল। শান্ত, সমাহিত, দায়িত্বপূৰ্ণ কণ্ঠেৰে সি এইবাৰ ইন্দ্ৰক মাতিলে। •

পল্লৱ যেন এই মুহূৰ্তটোৰ প্ৰতীক্ষাতেই আছিল। ইন্দ্ৰই একো কবলৈ নেপাওঁতেই পল্লৱে প্ৰায় চিঞৰি উঠিল: 'মনোজ,

মনোজ !! মই আজি এটা আচৰিত বস্তু দেখিছো। কিবে আমোদজনক··· !!'

'ইমান উত্তেজিত নহবাচোন ! কি দেখিছা, তাক পৰিষ্কাৰকৈ কোৱা। আচ্ছা, তুমি ভালে আছাতো ?' গম্ভীৰ কণ্ঠেৰে মনোজে সুধিলে।

পৰিষ্কাৰকৈ কথাকোৱা কাহানিও পল্লবৰ স্বভাৱ নহয়। আজি ৰাতিপুৱা কি কৰোঁ কি নকৰোঁকৈ পল্লবে শেষ পৰ্যন্ত ৰেকৰ্ড বজাই অলপ গান শুনিছিল। ভূপেন হাজৰিকাৰ জনপ্ৰিয় এখন ৰেকৰ্ড। খিৰিকীৰ সমুখত ঠিয় হৈ গান শুনি থাকোঁতে এটা আচৰিত দৃশ্যত পল্লবৰ চুচকুৰ দৃষ্টি স্তব্ধ হৈ ৰৈ গৈছিল। বতাহত গানৰ সুৰ বিয়পি পৰাৰ লগে লগেই যেন পাষাণত প্ৰাণ-সঞ্চাৰ হ'ল। যিবোৰ জন্তু ৰাতিপুৱা হলে শিলৰ টুকুৰাৰ দৰে পৰি থাকে, সিহঁত যেন জাগি উঠিছে। অতি কষ্টৰ মাজেৰে, অতি যন্ত্ৰণাৰ মাজেৰে যেন সিহঁত সাৰ পাইছে। তাৰ পিছত হঠাতেই যেন সিহঁতে সম্বিৎ ঘূৰাই পালে। দলে দলে সিহঁতে চলিবলৈ আৰম্ভ কৰিব ধৰিলে এটা নিজস্ব গতিত, এটা বিশেষ ছন্দত। সিহঁতৰ কুৎসিত অংগ সঞ্চালনৰ ভিতৰতো যেন কিবা একপ্ৰকাৰৰ বিশেষ ভংগী আহি পৰিল।

পল্লবে অবাক হৈ চাই আছিল। নিজৰ অজানিতেই কেতিয়াবা সশব্দে হাঁহিবলৈ আৰম্ভ কৰি দিলে। হঠাৎ তাৰ ধাৰণা হ'ল— ইহঁতৰ নাচ যেন শেষ হৈ আহিবলৈ ধৰিছে। এটা সময়ত যেতিয়া সংগীত বন্ধ হৈ গ'ল, সিহঁতৰ নাচো একেবাৰেই বন্ধ হৈ গ'ল। আকৌ সিহঁত হৈ পৰিল নিঃসাৰ, নিস্পন্দ। ঠিক আগৰ দৰেই।

পল্লবে উচ্ছ্বসিত স্বৰেৰে কবলৈ আৰম্ভ কৰিলে : 'মনোজদা, আপোনাক কি ক'ম ! শেষৰ নাচখিনি যদি আপুনি দেখিলেহেঁতেন ! কিবে আমোদজনক···'

'পল্লব ! আজি আৰু তুমি কোনো ৰেকৰ্ড নবজাবা।' অলপ

ৰূঢ় কণ্ঠেৰেই মনোজে ক'লে ঃ 'বৈজ্ঞানিক দৃষ্টিভংগীলৈ যেতিয়ালৈ কথাবোৰ বিচাৰ কৰিব নোৱাৰা তেতিয়ালৈকে মিছাতে হৈ চৈ নকৰিবা।'

পল্লব মনে মনে থাকিল। মনোজৰ অনুশাসন সি সদায় মানি আহিছে।

'ইন্দ্ৰ তোমাৰ খবৰ কি ?'

'মই ইহঁতৰ কণী সিদ্ধ কৰি ৰাতিপুৱাৰ আহাৰ কৰিব খুজিছিলোঁ। কিন্তু ধাতুৰ অংশ ইয়াত ইমান বেছি যে একেবাৰেই খাব নোৱাৰি। কণীবোৰৰ এটা সাধাৰণ বিশ্লেষণ মই কৰিছোঁ। অ'—যোৱাৰাতি ইয়াত এটা সকস্থৰা যুদ্ধ হৈ গৈছে।'

'কেনেকুৱা ?'

'কাছবোৰে ৰাতি হলে কণী পাৰে। কুম্ভীৰ জাতীয় প্ৰাণীয়ে এই কণী চুৰি কৰিবলৈ আহে। যোৱাৰাতি দুয়োদলৰ মাজত এখন উত্তপ্ত খণ্ড-যুদ্ধ হৈ গ'ল। কাছবোৰে সিহঁতৰ 'এচিড-কাপ' দলিয়াই দলিয়াই শেষ পৰ্য্যন্ত সিহঁতক খেদি পঠিয়ালে। কুম্ভীৰ জাতীয় প্ৰাণীবোৰ কিন্তু শক্তিশালী আৰু দ্ৰুতবেগী। গোটেই ঘটনাটোৰেই মই চলন্ত আলোকচিত্ৰ ধৰি ৰাখিছোঁ।'

'কুম্ভীৰবোৰ এতিয়াও আছে নেকি ?'

'নাই। ৰাতি পুওৱাৰ আগেআগেই সিহঁত পাহাৰৰ ওপৰলৈ গুচি গৈছে। আৰু ৰাতি পুওৱাৰ আগে আগেই কাছবোৰ শিলৰ দৰে নিৰ্জীৱ হৈ পৰিছে। এতিয়া সিহঁত শিলৰ টুকুৰাৰ বাহিৰে আৰু একো নহয়।'

আৰু অলপ সময় কথা-বতৰা পাতি তেওঁলোকে বেতাৰ যোগাযোগ সিদিনাৰ বাবে বন্ধ কৰি দিলে।

আগদিনাৰ বাটেৰে নগৈ মনোজ আজি সাগৰৰ পাৰে পাৰে যাব ধৰিলে। আকাশত পুনৰ মেঘ জমা হৈছে। হয়তো যোৱাকালিৰ

দৰে বৰষুণ আৰম্ভ হ'ব অবিশ্ৰান্ত গ্ৰাঘাত। সাগৰৰ মাজৰপৰা বিভিন্ন আকাৰ প্ৰকাৰৰ খুটিবোৰ একেধৰণেই ঠিয় হৈ আছে। জন্তুবোৰ গোটেই সাগৰ পাৰটোতেই বিস্তৃত হৈ আছে। সিহঁত যেন বেছ কৰ্ম-চঞ্চল।

সিহঁতৰ স্বভাৱ আৰু জীৱন-প্ৰক্ৰিয়া জনাৰ বাবে মনোজৰ ধাৰণা হ'ল—সিহঁতৰ গতি আৰু কাৰ্য্যকলাপবোৰৰ যেন তেওঁ কাৰণ বিচাৰি পাইছে, তাৰ অৰ্থ বিচাৰি পাইছে।

কিন্তু অদ্ভুত কথা হ'ল—একশ্ৰেণীৰ কোমল শিলৰ দ্বাৰা সিহঁতে স্তম্ভৰ দৰে কিবা এটা সাজি আছে। সজাৰ কিটিপ অদ্ভুত। শিলবোৰ দাঁতেৰে চাঁচিছে। আন কিছুমান শিলৰ ফাটত এচিড ঢালি দি পিচত শিলবোৰ টানি লৈ গৈ স্তম্ভবোৰ সাজিছে। এনেকুৱা কেবাটাও স্তম্ভ মনোজৰ চকুত পৰিল।

প্ৰাণীবোৰৰ বেছিভাগ আহাৰ্য্য শিলৰ পৰাই নিশ্চয় হয়। অজৈৱিক বস্তুক প্ৰাণধাৰণৰ বাবে জীৱন্ত কৰি তোলাৰ শক্তি ইহঁতবো আছে। দূৰবীণ চকুত লৈ মনোজে এইবাৰ দেখিলে, পাথৰৰ গাঁতবোৰত কেতবোৰ 'চল্ট' লগলগাই পিচত সেইবোৰ গলাই দি ইহঁতে এচিডবোৰ তৈয়াৰ কৰিছে। ইহঁতে জুইৰ ব্যৱহাৰ একেবাৰেই নাজানে।

এচিড-কাপ হাতত লৈ সিহঁতে মনোজৰ পিনে কেইবাৰমান চোঁচা লৈছিল যদিও একো কৰিব নোৱাৰিলে।

মনোজ যোৱাকালি দেখা বিৰাট আকৃতিৰ স্তম্ভটোৰ কাষলৈ গ'ল। সন্দেহ নাই, কেবাশও জন্তু লগলাগি বহু কষ্ট কৰি এই স্তম্ভটো ঠিয় কৰাইছে। দেখিলে ধাৰণা হয়, স্তম্ভটো যেন এশ বছৰ পুৰণি। খুব ওচৰলৈ মনোজ যাব নোৱাৰিলে। স্তম্ভৰ ভিতৰত জন্তুবোৰ আছিল। গাড়ীখন স্তম্ভটোৰ পাৰ্শ্বমানে ওচৰেৰে ঘূৰাই আনোতে মনোজে দেখিলে—আচলতে এইটো এটা দুৰ্গ। শত্ৰুৰ

হাতৰপৰা নিজক বচাবলৈ সজা এটা গড়। ভিতৰত এনেকুৱা হাড় আৰু মূৰৰ খোলা। মনোজে ভাবিলে, এইবোৰ হাড়-মূৰ নিশ্চয় ইন্দ্ৰনীলে কোৱা সেই কুম্ভীৰ জাতীয় প্ৰাণীবোৰৰ।

এটা নতুন লাওখোলা বুটলি লৈ মনোজ কিছুদূৰ আঁতৰি আহিল। সি বুজিলে সেই ঠাইখিনি কাছ আৰু কুম্ভীৰবোৰৰ কাৰোৱেই নিজস্ব নহয়। হয়তো কোনো জাতেই নিজৰ অধিকাৰ সাব্যস্ত কৰি উঠাব পৰা নাই। মনোজে দেখিলে—সেইখিনিৰে এখন নদী বৈ গৈছে—অতি খৰস্ৰোতা নদী। নদীৰ মাজৰপৰাও কেতবোৰ খুটি ওপৰলৈ উঠি আছে। অৱশ্যে এইবোৰ আকাশত সৰু। সংখ্যাতো কম। গাড়ী ৰখাই মনোজে এখন সৰু নাও উলিয়াই ললে। নদীৰ মাজলৈ নাও বাই গৈ তাৰপৰা এটা খুটিৰ কিছু অংশ ভাঙি লৈ খৰখেদাকৈ উভতি আহিল। নদীৰপৰা অলপ পানীও আনিলে।

আকৌ এচিড-কাপ লৈ খেদি অহা জন্তুবোৰৰ পৰা কোনোমতে নিজকে বচাই মনোজ গাড়ীত উঠিল। নতুন সঞ্চয়ৰ বস্তু দুটা বিশ্লেষণ কৰিবলৈ কিছুদূৰ আহি গাড়ী ৰখালে। মনোজে জানিলে—খুটিবোৰ তামজাতীয় ধাতুৰে তৈয়াৰী। মাজে মাজে নীলা ৰঙৰ এচমকা ঠাই। পৃথিবীৰ সাগৰত থকা প্ৰবাল-শৈলশ্ৰেণীৰ দৰেই ইহঁতৰ আকৃতি। ধাতৱ-চল্ট, আয়ৰণ ক্লোৰাইড, কপাৰ আৰু নিকেল-চালফেটৰ ভাগ বেচি। এইবোৰৰ দানা আকৃতি বেছ ডাঙৰ ডাঙৰ। মনোজৰ মনত পৰি গ'ল, সৰু থাকোঁতে নিজৰ পৰীক্ষাগাৰত পানীৰ জাৰৰ ভিতৰত যিবোৰ মেজিক ৰাসায়নিক পোৱা গৈছিল, তাৰ ভিতৰতো কিছুমান ক্ষুদ্ৰ আকৃতিৰ এইজাতীয় খুটি আছিল।

মনোজে নদীৰ পানীখিনিতো কেতবোৰ দুষ্প্ৰাপ্য ধাতুৰ অস্তিত্ব পালে। অধিক অংশ টাংস্টেন, জাৰমেনিয়ামৰে ভৰা। বিশ্লেষণ হৈ যোৱাৰ পিছত সুশান্ত সমুদ্ৰৰ বুকুলৈ চাই চাই মনোজে ভাবিলে, এই

গ্ৰহৰ ছভাগৰ পাঁচভাগেই সাগৰ। পৃথিবীৰ দৰেই ইয়াতো সাগৰেই হৈছে প্ৰাণীজগতৰ আদিমূল। সাগৰে যেন নিজৰ বুকুত ধাৰণ কৰিছে জীৱনৰ উৎস। কিন্তু ইয়াত, যিবোৰ প্ৰাণীয়ে বহুকালৰ আগতেই সাগৰৰ আশ্ৰয় ত্যাগ কৰি মাটিভাগত বসবাস কৰিবলৈ লৈছে, সিহঁতৰ জীৱনো যে সাগৰেই নিয়ন্ত্ৰণ কৰিছে এই বিষয়ে মনোজ নিঃসন্দেহ।

যিমান দূৰতেই নাৰাওক কিয়, মানুহৰ শৰীৰৰ ধমনীয়ে ধমনীয়ে আছে সাগৰৰ অৱস্থিতি। ভ্ৰূণ হৈ মানুহে মাছৰ স্তৰ পাৰ হৈ আহিছে। তেতিয়া তাৰ গৰ্ভধান আছিল পানী। এতিয়াও মানুহৰ শৰীৰৰ তেজত জোৱাৰৰ ঢল আছে। সেয়ে হয়তো তেজ লুণীয়া। অথচ আজি মানুহ সাগৰৰপৰা কিমান আঁতৰত! কিন্তু এই কাছ-জাতীয় প্ৰাণীবোৰ মানুহৰ দৰে হব নোৱাৰিলে। সম্ভৱতঃ কাহানিও নোৱাৰিব।

মনোজে ভাবিলে,—যদিহে তেওঁৰ সূত্ৰ সত্য হয়, তেনেহলে এই ধাৰণাও সত্য। কিন্তু তাক প্ৰমাণ কৰিবলৈ হলে গ্ৰহযানলৈ উভতি যাব লাগিব। সকলো প্ৰয়োজনীয় যন্ত্ৰপাতি তাত আছে। ওভাৰলেণ্ডাৰত উঠি লৈ মনোজে পুনৰ গ্ৰহযানখনৰ মুখে গতি কৰিলে।

পাহাৰ পাওঁ পাওঁ হওঁতেই পুনৰ সজোৰে বৰষুণ নামিল। পিছল পথেৰে লাহে লাহে গাড়ী চলাব লগীয়া হ'ল। ঘণ্টাত মাত্ৰ কুৰি মাইল বেগে। গ্ৰহযান গৈ পাওঁতে পাওঁতে সন্ধ্যা নামিল। কিন্তু এই পথছোৱা পাৰ হওঁতে মনোজে এনেকুৱা কিছুমান বস্তু দেখিবলৈ পালে যিবোৰ প্ৰতি পদক্ষেপত তেওঁৰ সূত্ৰক সত্য বুলি প্ৰমাণ কৰিলে।

ভিতৰলৈ প্ৰায় চাৰি মাইল ঠাই জুৰি জন্তুবোৰৰ কোনো চিন-চাৱেই নাই। আকৌ প্ৰায় পোন্ধৰ মাইলমানৰ পিছতহে সিহঁতৰ স্থিতি পৰিলক্ষিত হ'ল। কিন্তু সেইবোৰ যেন মৃতদেহ। মৰাৰ দৰে

প্ৰত্যেকেই পৰি আছে নিশ্চল, স্থিৰ। হালধীয়া ডাঙৰ বৰঘূণৰ পানীত সিহঁতৰ কঠিন ছালবোৰ চকচকীয়া যেন লাগিল। পল্লৱে মনোজক দেখি গ্ৰহযানৰ ভিতৰৰপৰা দৌৰি ওলাই আহিল। কৰমৰ্দন কৰি মনোজে ইন্দ্ৰনীলৰ খবৰ সুধিলে।

'ইন্দ্ৰ উভতি আহিছে। আৰু সকলোবোৰ বস্তুৰে মই এটা মোটামুটি বিশ্লেষণ প্ৰস্তুত কৰিছোঁ।'

'আচ্ছা! খুব ভাল কথা। এতিয়া এইবোৰ লৈ যাওঁ বলা।' ইন্দ্ৰ, মনোজ, পল্লৱ—আটাইকেইজনেই এখন মেজৰ চাৰিওকালে বহিল। গাৰ ভাগৰ মাৰিবলৈকেই তিনিওজনে কফি খাই ললে।

ইন্দ্ৰই সুধিলে, 'আমি এইবাৰ পৃথিবীলৈ ৰাওনা হ'ম নেকি?'

পল্লৱে ক'লে, 'মোঁৰ ধাৰণা, আমাৰ সাধাৰণ পৰ্যবেক্ষণৰ কাম শেষ হৈছে।'

মনোজে ক'লে, 'তোমালোকৰ কথাবোৰ শুনি ভাব হয়, সকলো প্ৰশ্নৰ উত্তৰ যেন তোমালোকে পাই গৈছা। ময়ো কিছুমান কথা জানিব পাৰিছোঁ। মই জনাথিনি তেওঁলোকক কওঁ। ভুল হলে শুধৰাই লবা।'

মনোজৰ এই অতিবিনয় প্ৰদৰ্শনত ইন্দ্ৰ আৰু যেন অলপ ক্ষুণ্ণ হ'ল। অলপ লজ্জিতও হ'ল।

মনোজে আৰম্ভ কৰিলে, 'এই গ্ৰহৰ জীৱনীশক্তি প্ৰশংসনীয়। ই ইয়াৰ কাষৰীয়া গ্ৰহ শুক্ৰটোৰ দৰে নহয়। অৱশ্যে ইয়াৰ জীৱজগতৰ মাজত বৈচিত্ৰ্য কম। কিন্তু জীৱনৰ যে স্থিতি আছে, সেয়াই যথেষ্ট। বৈচিত্ৰ্য বুলিবলৈ মাত্ৰ দুই প্ৰকাৰ প্ৰাণী। এবিধ বৰ ডাঙৰ আৰু আনবিধ তুলনামূলকভাৱে তেনেই সৰু। কাছ বা কুম্ভীৰবোৰ প্ৰথম শ্ৰেণীৰ আৰু সৰু সৰু কেঁচুবোৰ দ্বিতীয় শ্ৰেণীৰ। আচৰিত কথা এয়ে যে, এই বিৰাট প্ৰাণীবোৰে জীৱনধাৰণ কৰে একমাত্ৰ খনিজ পদাৰ্থৰ ওপৰত।......'

'হয়, ঠিকেই কৈছে আপুনি। খনিজ পদাৰ্থৰ পৰিমাণ ইয়াত ইমান বেছি যে তাৰ লোভতেই শেষ পৰ্য্যন্ত ঔপনিবেশিকসকলে ইয়ালৈ আহিব। কিযে জঘন্য লোভ!'—পল্লৱে ক'লে।

পল্লৱক আৰু একো কবলৈ নিদি মনোজেই পুনৰ আৰম্ভ কৰিলে, 'এই গ্ৰহত জীৱনৰ প্ৰথম স্তৰ হ'ল দানা। আপোনা-আপুনি ইয়াৰ উদ্ভৱ হয়। এই বস্তুটো নথকাহলে ইয়াতো হয়তো প্ৰাণৰ সঞ্চাৰেই নহ'লহেঁতেন। এই গোটমাৰি থকা দানাবোৰ সাগৰৰ মাজৰ পৰা ঠিয় হৈ ওলাই থকা মই দেখিবলৈ পাইছো। প্ৰথমতে এইবোৰ দেখিয়েই 'ৰায়াৰলেছ মাস'ৰ কথা মনত পৰিছিল। আৰু আচৰিত কথা এই যে, মোৰ ধাৰণা খুব ভুল হোৱা নাছিল।...বাৰু, অইন এটা দিশৰপৰা মই কথাটো বুজাই কওঁ।'

পল্লৱ আৰু ইন্দ্ৰই দুয়ো দুয়োৰো মুখলৈ চালে।

'প্ৰথমে এই কাছবোৰৰ কথাকেই ধৰাচোন। প্ৰকৃততে সিহঁতৰ মগজু বুলিবলৈ কোনো বস্তু নাই। তাৰ সলনি প্ৰকৃতিয়ে নিজ হাতে এটা 'ৰায়াৰলেছ-বিচিভাৰ' যন্ত্ৰ যেন বহুৱাই দিছে ইহঁতৰ মূৰত। ইহঁতৰ খোলাটোৰ ভিতৰত এটুকুৰা ঠাই একেবাৰে 'ভেকুৱাম' বা শূন্য। মূলতঃ হাড়বোৰেৰে গঠিত এটা 'ট্ৰায়ড ভাল্‌ভ'ৰ সৃষ্টি হৈছে তাত। কুম্ভীৰবোৰৰ বেলিকাও একেধৰণেৰেই কথা।

ইন্দ্ৰনীলে ক'লে, 'মই এটা কুম্ভীৰ গুলি কৰিছিলো। তাৰ মূৰটো ভিতৰ পিনৰপৰা বিস্ফোৰিত হৈ যোৱা যেন লাগিছিল।'

'ইয়াত কোনো সৰু আকাৰৰ সৰীসৃপ নথকাৰ কাৰণো এয়াই। কিয়নো মূৰত 'ৰায়াৰলেছ বিচিভাৰ'ৰ দৰে এটা যন্ত্ৰ থাকিবলৈ হলে মূৰটো ডাঙৰ হব লাগিবই।

'ইহঁতৰ মানসিক তৎপৰতা সম্পূৰ্ণৰূপেই নিজস্ব। কিন্তু ইহঁতৰ ভাবনা চিন্তাধাৰা—সি যেনেকুৱাই নহওক লাগিলে, ঠিক বেতাৰ-তৰংগ সদৃশ।...'

'অৱশ্যে ইহঁতৰ বেলিকা মগজু নহৈ গ্ৰাহক-যন্ত্ৰ কিয় হ'ল, সেয়া গৱেষণাৰ পিছতহে কব পৰা যাব। যি ঠাইত যি বস্তুৰ প্ৰাচুৰ্য্য বেচি তাত তাৰ প্ৰভাৱো বেচি। প্ৰকৃতিয়ে এই ঠাইত ৰেডিঅ' বিচ্ছুৰণৰ এক অনন্ত উৎস পাইছে—গতিকে তাকেই প্ৰাণীজগতৰ কামত খটুৱাবলৈ দিছে হয়তো।...'

'আটাইতকৈ আমোদজনক কথা এই যে নোভা-১ ৰ বিৰাট সাগৰ প্ৰকৃততে এটা অস্বাভাৱিক কম-শক্তিৰ প্ৰেৰক-যন্ত্ৰ। অৱশ্যে কেনেকৈ ই কাম চলায়, সেই কথা এতিয়াও মই ভালদৰে জানিব বা বুজিব পৰা নাই। কিন্তু এই বিষয়ে অহাকাইলৈ আমি অনুসন্ধান কৰিব পাৰোঁ। সাধাৰণভাৱে এই বিষয়ে এই কেইটা কথাকেই কব পৰা যায়ঃ নদী আদিৰ সুশীতল পানী যেতিয়া সাগৰত পৰেহি, তাপমাত্ৰাৰ পৰিৱৰ্তনৰ বাবে তেতিয়া কিছুমান বৈদ্যুতিক চক্ৰৰ উৎপত্তি হয়। সাগৰত থকা খনিজ পদাৰ্থৰ মিশ্ৰণেও এই চক্ৰবোৰক প্ৰভাৱান্বিত কৰে। সেইবাবে একে সময়তেই সাগৰৰ গভীৰতা আৰু খনিজ মিশ্ৰণৰ ওপৰত নিৰ্ভৰ কৰি পানীভাগে বিৰাট এটা 'ট্ৰানজিষ্টৰ'ৰ দৰে কাম কৰে। তাৰ ফলত মূল শব্দ বা অইন কোনো সংকেত কেবাগুণেও ডাঙৰ হৈ পৰে। দানাৰ খুটিবোৰে তেতিয়া ৰেডিঅ'ৰ 'এৰিয়েল'ৰ দৰে কাম কৰে। দিনে ৰাতিয়ে এইদৰেই সাগৰৰ আভ্যন্তৰীণ ভাগৰ খবৰ বা যি কোনো সংকেত চাৰিওফালে প্ৰচাৰিত হয়। কাছ বা কুম্ভীৰবোৰে এই সংকেতবোৰ পুনৰ নিজৰ মগজৰ গ্ৰাহক যন্ত্ৰৰ দ্বাৰা গ্ৰহণ কৰে। মোৰ ধাৰণা কিন্তু এয়েই। ভুল হৈছেনেকি পল্লব? তুমি কি কোৱা ইন্দ্ৰ?'

'আমি আপোনাৰ সৈতে একেবাৰে একমত।' চিগাৰেট এটা জ্বলাই লৈ ইন্দ্ৰ সুধিলে, 'কিন্তু এই বিৰাট ৰহস্যটোৰ সন্ধান আপুনি কেনেকৈ পালে?'

মনোজে নম্ৰভাৱে হাঁহিলে। 'এয়া যদি গৌৰৱৰ কথা, তেনেহলে

তুমিয়েই এই গৌৰৱৰ পাত্ৰ। ইয়াৰ আৱিষ্কাৰৰ সূত্ৰ প্ৰথমতে তুমিয়েই দিছিলা মোক। মনত আছেনে, তুমিয়ে মোক জনাইছিলা 'চৰ্ট ওৱেভ'ত এটা ঘৰ্ঘৰীয়া শব্দ ভাহি আহিছে বুলি? প্ৰকৃততে, সেই শব্দই হ'ল সমুদ্ৰৰ আহ্বান। নোভা-১ ৰ প্ৰত্যেকটো প্ৰাণীকেই সাগৰে এই শব্দেৰে আহ্বান জনায়।'

'এই কথাটো ময়ো ভাবিছিলোঁ। আকাশৰ বিভিন্ন স্তৰবোৰ, দিনে-ৰাতিয়ে বজ্ৰপাত, এই গধুৰ আবহাৱা—মেঘৰ গাজনি, বৰষুণ— এইবোৰবো নিশ্চয় কোনো এটা অৰ্থ থাকিব লাগিব। মোৰ ধাৰণা, এই গ্ৰহত 'চৰ্ট ওৱেভ'ক মাটিৰ পিনে প্ৰতিফলিত কৰা 'এপলটন' নতুবা এক্-লেয়াৰ দিনৰ বেলিকা মচ খায় নতুবা গলি নাইকিয়া হৈ যায়। ৰাতি হলে সেইবোৰ পুনৰ প্ৰতিষ্ঠিত হয়। ইয়ালৈ উভতি আহি পল্লৱৰ সতে পৰীক্ষা কৰি চাই দেখিছোঁ, মোৰ ধাৰণা নিৰ্ভুল।

'চৰ্ট ওৱেভ'ৰ দ্বাৰা কাছবোৰৰ কাৰ্য্যাৱলী পৰিচালিত হয়। এই ভাবিয়েই মই বুজিব পাৰিলোঁ দিনৰ দিনটো সিহঁতে কিয় মৰাৰ দৰে নিঃসাৰ হৈ পৰি থাকে ; আৰু ৰাতি হলে কিয়, কেনেকৈ সিহঁতে কৰ্মশক্তি পায়। প্ৰকৃততে দিনৰ বেলিকা সাগৰ-সংকেতবোৰ সিহঁতৰ মগজু নাপায়গৈ। শূন্যৰ মাজতেই বিকিৰিত হৈ হেৰাই যায়। সেই-বাবেই দিনত সিহঁত তেনেই অসাৰ, কৰ্মশক্তিহীন।

তাৰ পিছতেই মই চিন্তা কৰিলোঁ, মোৰ সূত্ৰৰ সৈতে মোৰ আৰু আপোনাৰ কাছবোৰৰ আচাৰ-আচৰণ মিলা নাই কিয়। সাগৰ-তীৰৰ ওচৰত প্ৰেৰক-যন্ত্ৰ বহুৱাই তাৰ উত্তৰো পাই গলো।'

পল্লৱে তৎক্ষণাৎ তৎপৰ হৈ ক'লে, 'ইয়াৰ পিছত বাকী থিনি সাধাৰণ বেতাৰ-যন্ত্ৰৰ সূত্ৰ। পাৰৰ ওচৰত কাছবোৰে পোনে পোনেই সংকেত পাই থাকে। সেইবাবেই দিনৰ বেলিকা 'এক্-লেয়াৰ' নাথাকিলেও বিশেষ অসুবিধা নহয়। সাগৰ পাৰৰ পৰা প্ৰায়

তিনিমাইল মান আঁতৰলৈ 'এক-লেয়াৰ'ৰ কোনো প্ৰয়োজন সম্ভৱতঃ নাই।' সমৰ্থনৰ আশাত সি মনোজৰ ফালে চালে।

'ঠিকেই কৈছা। কিন্তু বাহিৰৰ পোহৰটো জ্বলাই দিয়াচোন। কাছবোৰে যানখনত ট্ৰুকুৰিয়াব ধৰিছে। অলপ সময়ৰ পিচত ডাঙৰীয়াসকল হালি-জালি দলে দলে ইয়াত উপস্থিত হ'বহি চাবা।'

পল্লৱে গৈ বাহিৰৰ পোহৰ জ্বলাই দি অহাৰ লগেলগেই মনোজ আৰু ইন্দ্ৰই ভিতৰত বহিয়েই কাছবোৰ দৌৰি পলাই যোৱাৰ শব্দ শুনিবলৈ পালে।

উত্তৰ আহি পল্লৱে ক'লে, 'মাত্ৰ এটা কথাৰ বাহিৰে বাকী সকলোবোৰেই সিহঁতৰ বিষয়ে জনা গ'ল। এইটো সঁচাকৈয়ে বৰ আচৰিত কথা যে ঢৌ বিহীন সাগৰে প্ৰতি মুহূৰ্ততে বাতৰি পঠিয়াইছে আৰু প্ৰত্যেকটো প্ৰাণীয়েই সেই বাতৰি গ্ৰহণ কৰিছে। কিন্তু বাতৰিটোনো কি, সাগৰেনো কিহৰ সংকেত দি আছে প্ৰতি মুহূৰ্তে, তাকতো জানিব পৰা নাই?'

'তোমাৰ শৰীৰতো সাগৰৰ অৱস্থিতি আছে। সাগৰে তোমাক কি কয়, পল্লৱ? প্ৰকৃততে এই আহ্বান জীয়াই থকাৰ, মাত্ৰ জীয়াই থকাৰ। কাছবোৰ এই অৰ্থত আমাৰ ভ্ৰাতৃপ্ৰতিম। সিহঁতেও এই একে আহ্বান, একে সংকেতকেই পাই থাকে সাগৰৰ পৰা।'

কিছুসময় তিনিও মনে মনে থাকিল। তাৰপিছত মনোজে পুনৰ আৰম্ভ কৰিলে :

'আৰু এটা কথা। ইন্দ্ৰ, তুমি কৈছিলা, এই জন্তুবোৰ 'ৰেডিঅ'-ৱেভ'ৰ দ্বাৰা নিয়ন্ত্ৰিত। কথাটো ঠিক এনেকৈ ক'লে শুদ্ধ নহয়। যিদৰে মানুহ চিন্তাশক্তিৰ দ্বাৰা নিয়ন্ত্ৰিত নহয় অথচ চিন্তাশক্তিয়েই মানুহক প্ৰতিটো খোজতে পথ দেখুৱায়, ঠিক তেনেকৈয়ে 'ৰেডিঅ'-ৱেভ' ইহঁতৰ পথ-প্ৰদৰ্শক। ইহঁতৰ চাল-চলনত স্বাধীনতা আছে,

স্বকীয়তা আছে। তাৰ প্ৰমাণ হ'ল ইহঁতৰ দ্বিধাবোধ। সেয়াতো আমি নিজ চকুৰেই দেখিছোঁ, নহয় জানো?'

মনোজ উঠি থিয় হ'ল এইবাৰ। পল্লব আৰু ইন্দ্ৰনীলে মনোজৰ প্ৰত্যেকটো কথাকেই মন দি শুনিছিল। পুনৰ মনোজে কথা কবলৈ আৰম্ভ কৰিলে, গুৰু-গম্ভীৰ স্বৰে। মুখখন যেন তেওঁৰ হঠাতে শাওণৰ আকাশ হৈ পৰিল। হঠাতে যেন কণ্ঠলৈ নামিল অৱসাদ।

'ঔপনিবেশিকসকলৰ প্ৰতি মোৰ বিন্দুমাত্ৰ শ্ৰদ্ধাও নাই। কোনো সহানুভূতিতো নায়েই। কিন্তু সেইবুলিয়েই মই এইটোও নিবিচাৰোঁ যে ইয়ালৈ আহি তেওঁলোকে এচিড-কাপ আক্ৰমণৰ সন্মুখীন হওক। মোৰ জ্ঞান-বিবেচনাই কৈছে যে অদূৰ-ভৱিষ্যতত কাছবোৰ তীব্ৰ পোহৰত অভ্যস্ত হৈ পৰিব। এতিয়া পোহৰ সহিব নোৱাৰে বাবে দিনৰ পোহৰত ইহঁত শিলৰ টুকুৰা যেন হৈ পৰি থাকে। এৰা, পোহৰত কোনেনো জীৱন দান দিবলৈ বিচাৰে? গতিকে, আমি উভতি গৈ ইহঁতক আয়ত্বৰ ভিতৰলৈ অনাৰ বিষয়ে কি নিৰ্দেশ দিব পাৰিম?'

ইন্দ্ৰই পল্লবৰ মুখলৈ চালে। আকৌ নিজকেই কোৱাৰ দৰে ক'লে মনোজে, 'মাথোঁ এটা কথা মোৰ মনত প্ৰশ্ন হৈয়েই ৰ'ল। সিদিনা সিহঁতে নাচিছিল কিয় বাৰু?'

ইন্দ্ৰই ক'লে, 'তাৰ কাৰণটো সম্ভৱতঃ মই বিচাৰি পাইছোঁ। যদি এয়া সত্য হয়, তেনেহলে তাৰ বাবে মই পল্লবৰ ওপৰত ঋণবন্দী।'

'কেনেকৈ? কৈ পেলোৱা, সোনকালে।'

'আপোনালোক আহকচোন ভিতৰলৈ, মই এটা বস্তু দেখুৱাম। পল্লবে কোৱা কাছবোৰৰ নাচৰ কথাটোৰ পৰা মই মাত্ৰ ৰহস্যৰ সন্ধানেই পোৱা নাই, সিহঁতৰ বিৰুদ্ধে প্ৰয়োগ কৰিবলগীয়া অস্ত্ৰৰো সন্ধান পাইছোঁ মনোজদা। মনত আছেনে, মই কাছবোৰৰ কণ্ঠ

সিজাই খাবলৈ চেষ্টা কৰাৰ কথা কৈছিলোঁ? যেতিয়া অগত্যা খাব নোৱাৰিলোঁ, তেতিয়া কণীকেইটা 'ইন্‌কিউবেটৰ' অত থৈ মই পোৱালি জগোৱাইছোঁ। তাকেই আপোনালোকক দেখুৱাওঁ আহক।'

নিয়ন্ত্ৰণ কোঠাৰ মজিয়াত এটা গধুৰ বাকচ আছিল। তাৰ ভিতৰত, বালিৰ ওপৰত শুই আছে তিনিটা কাছ পোৱালি। দীঘলে সিহঁত প্ৰায় এফুট।

সঁচাকৈয়ে মনোজ আচৰিত হ'ল। 'কিমান বয়স ইহঁতৰ?'

'প্ৰায় এদিন। কণীবোৰ তো আপুনি দেখা নাই। প্ৰায় পুৰণি দিনৰ কামানৰ গোলা একোটাৰ সমান। এবাৰত এটা কাছই প্ৰায় এক ডজন কণী পাৰে। নিশ্চয় এইটো বৰ কষ্টকৰ কথা।'

ইন্দ্ৰনীলে সিহঁতৰ সমুখত বাকচটোক এনে ধৰণে এখন স্বচ্ছ পৰ্দাৰ আঁৰত ৰাখিলে যাতে ৰাতি হলেও আৰু 'এক্ষ-লেয়াৰ' আকাশত পুনৰ প্ৰতিষ্ঠা হলেও তাৰ পৰা একোৰেই বিকিৰিত হৈ পোৱালি কেইটাৰ কাণত নপৰে।

'নহলে ইমান সময়ে বাকচৰ গাটো খান্দি পেলালেহেঁতেন' ইন্দ্ৰই ক'লে, 'পোৱালি হলে কি হব, সিহঁতৰ দাঁতত ক্ষুৰৰ দৰে ধাৰ।' তাৰ পিচত ইন্দ্ৰই প্ৰেৰক-যন্ত্ৰৰ পৰা এডাল 'এৰিয়েল' খুলি আনি পোৱালি কেইটাৰ মাজত থলে। টেপ এটা লগাই দি বুটাম টিপি দিলে।

'চাব, একে ফ্ৰিকুৱেন্সিতে মই পোৱালি কেইটাক এতিয়া সেই শব্দ শুনাম। ইন্দ্ৰই ক'লে।

বাজনাৰ শব্দ ভালদৰে শুনা-নুশুনা হওঁতেই পোৱালি কেইটাই লৰচৰ কৰিবলৈ আৰম্ভ কৰিলে। সেয়া এক অৰ্থহীন আন্দোলন যেন। যেন কোনোবা মাতাল লোকে পুতলা খেলিছে। এবাৰ সমুখৰ পিনে, এবাৰ পিচলৈ, এবাৰ কাষলৈ, অদ্ভুত ধৰণে সিহঁতে ছুলিবলৈ আৰম্ভ কৰি দিছে। মূৰ কেইটা থৰক-বৰককৈ লৰিছে।

হাত-ভৰিবোৰ এবাৰ উলিয়াইছে, এবাৰ সুমুৱাইছে—এবাৰ আঁচুৰিছে—এটা বীভৎস দৃশ্য।

'হৈছে, হৈছে। বন্ধ কৰা।' মনোজে চিঞৰি উঠিল।

'শব্দটো আৰু অলপ বঢ়াই দি চোৱা যাওকচোন।'

এইবাৰ যেন সিহঁতে কিবা এটা প্ৰচণ্ড শক্তি পালে গাত। সিহঁতে যেন জপিয়াব খুজিছে, ঠিয় হব খুজিছে। বাকচৰ গাত খুন্দা খাই মুখ থেকেছা খাই পৰি গৈছে। হাত-ভৰিবোৰ পাগলৰ দৰে আঁচুৰিছে। কপালৰ মাংসপিণ্ডটো কুৎসিতভাবে দুলিছে। কিবা এটা যন্ত্ৰণাত সিহঁত যেন পাগলৰ দৰে হৈ গৈছে। ইটোৱে সিটোৱে লুটি-পুটি খাইছে—বাৰে বাৰে সজোৰে অ'ত ত'ত খুন্দা খাই পৰি গৈছে।

'হৈছে, হৈছে—এইবাৰ বন্ধ কৰা।' কঁপা কঁপা কণ্ঠেৰে মনোজে দ্বিতীয়বাৰৰ বাবে চিঞঁৰি উঠিল। পল্লবৰ মুখ বগা কাগজৰ দৰে শেঁতা হৈ গ'ল।

'বুদ্ধি ইহঁতৰ বাবে আশীৰ্বাদ নে অভিশাপ বাৰু?' স্বগতোক্তি কৰাৰ দৰেই মনোজে কৈ গ'ল। 'এটা সমুদ্ৰৰ ভাষাই ইহঁতৰ মগজুত জুই জ্বলাই দিছে। বিদেশী সমুদ্ৰৰ ভাষাতো ইহঁতে নুবুজেই।'

'টেপ ৰেকৰ্ডাৰ' ইতিমধ্যে বন্ধ হৈ যোৱাত পোৱালি কেইটা পুনৰ মৰাৰ দৰে নিঃসাৰ হৈ পৰি ৰ'ল।

'ঔপনিবেশিকসকলৰ অস্ত্ৰ বিচাৰি পালেনে মনোজদা?' ইন্দ্ৰই কৈ গ'ল, 'মোৰ বিশ্বাস, তেওঁলোকৰ 'ছাট্ গান,' 'ৰে-গান' ইত্যাদি কোনো প্ৰকাৰৰ বন্দুকৰ প্ৰয়োজন নহব। সমান ফ্ৰিকুৱেন্সিত সাগৰৰ শব্দৰে ইহঁতৰ শূন্য মগজুত শব্দ তুলিব পাৰিলেই হ'ল। এই যন্ত্ৰণাতেই হয়তো জন্তুবোৰ মৰি যাব।'

পল্লবে প্ৰশ্ন কৰিলে, 'মনোজবাবু, আপোনাক ইমান ভাব-গধুৰ

যেন লাগিছে কিয় ? হঠাত কি দৰ্শনে আপোনাৰ মন বেয়া কৰি পেলালে ?'

মনোজে বিষণ্ণ-বিধুৰ কণ্ঠেৰেই উত্তৰ দিলে, 'দিনে দিনে আমি অধঃপাতে যাব ধৰিছোঁ। আমি বহুত তললৈ নামি গৈছোঁ। চাৰে তিনিশ বছৰৰ আগতে মানুহে চন্দ্ৰলৈ ৰকেট পঠিয়াব পাৰিলেই ভাবিছিল হেন কিবা অসাধ্য সাধন কৰিছে। আৰু আজি ? ৰকেট নতুবা অইন গ্ৰহযান লৈ মহাকাশ তল-ওপৰ কৰি ফুৰাই আমাৰ কাম। তথাপিও কওঁ, আমি অধঃপতনে গৈছোঁ—আমি অধঃপতনে গৈছোঁ। ৰকেট-যুগৰো বহুকালৰ আগতে মানুহে কৈছিল : "সকলোকে বুজি পোৱা মানেই সকলোকে ক্ষমা কৰা।" আৰু আজি আমাৰ সস্থাৰ উদ্দেশ্য হ'ল, "জয় কৰিবলৈ গৈ বুজিবলৈ চেষ্টা কৰা।" '

আৰু অলপ কোকাকোলা নিজৰ গিলাচত ঢালি লৈ ইন্দ্ৰৰ গিলাচত দিব ধৰোতেই ইন্দ্ৰৰ বাধা দি ক'লে, 'প্ৰথমতে আপুনি এই অনৰ্থক বৰ্কনি বন্ধ কৰক—মনোজদা। তাৰ পিচতহে খাম।'

'তুমি বুজা নাই ইন্দ্ৰ। হঠাতে এটা কথাই মোৰ চিন্তাত আউল লগাই দি গ'ল—তোমালোকে হয়তো তাক চিন্তা কৰা নাই।'

পল্লব আৰু ইন্দ্ৰই প্ৰশ্নবোধক দৃষ্টি চকুত লৈ মনোজৰ পিনে চাই ৰ'ল।

'ইন্দ্ৰ, তুমি অলপ আগতে যি দৃশ্য দেখুৱালা, সেয়া আমি সস্থাক জনাবই লাগিব। আৰু তাৰ পিছতেই উপনিবেশীৰে ভৰ্তি হৈ যাব এই গ্ৰহ। আৰু এই গ্ৰহক বাসোপযোগী কৰিবলৈ হলে বহুত কষ্ট কৰিব লাগিব। ইয়াত বহুতো কাম আছে।'

'কিন্তু তাত ভাবিবলগীয়া কি হ'ল ?'

'ভাবিবলগীয়া কি হ'ল ? তুমি ভাবিছানেকি যে উপনিবেশী সকলে কাছবোৰক মৰি পেলাব আৰু তাতেই সকলো সমস্যাৰ পৰিসমাপ্তি ? কোনোবা এজনে উপায় উলিয়াই ল'ব. উপায়—

কৌশল। মৃত্যু, নহয়, মৃত্যুতকৈও ভয়াবহ সেই কৌশল। সেই কৌশল হব আজ্ঞাবহ কৰি লোৱাৰ। উপনিবেশী সকলতো 'মানুহ' নহয়! হিংসা, লোভ আৰু নৃশংসতাই হৈছে তেওঁলোকৰ স্বভাৱৰ অলংকাৰ। ভাবি চোৱাচোন, কত হাজাৰ হাজাৰ জন্তু আছে এই গ্ৰহটোত! ইহঁতক লৈ কি কৰিব জানা? বেতাৰ নিয়ন্ত্ৰিত দাস-বজাৰ বহুৱাব। সিহঁতক লৈ সৈন্যবাহিনী গঢ়ি তুলিব। এই জন্তুবোৰে তেতিয়া মানুহৰ হৈ কাম কৰিব। মৰিব, অইনক মাৰিব। কাৰণ সিহঁতেতো নিজে একো কৰিব নোৱাৰে! নিয়ন্ত্ৰণ কোঠাত বহি কোনোবা এজনে যিদৰে চাবি ঘূৰাব সেই দৰেই সিহঁতে কাম কৰিবলৈ বাধ্য।'

ইন্দ্ৰ মনোজৰ চিন্তাত কাতৰ হ'ল। সি ক'লে 'মনোজদা, এইবোৰ নাভাবিব। ভাবি একো লাভ নাই। জঘন্য মানুহৰ মানসিকতা! কি যে ঘৃণনীয়!!'

'তুমি ভাবিছা, এইবোৰ ভাবিবলৈ মোৰ ভাল লাগিছে! নোভা১ ৰ ভবিষ্যত ভাবি মই শিঙৰি উঠিছোঁ, ইন্দ্ৰ। ঔপনিবেশিক-সকলক মই অন্তৰৰ পৰাই ঘিণ কৰোঁ। কিন্তু কি হব—এবাৰ খবৰ জনাই দিয়াৰ পিছতটো আৰু তাৰ ওপৰত আমাৰ নিজৰ অধিকাৰ একো নাথাকে! আৰু জনাবলৈকো যে আমি বাধ্য।'

তিনিওজনেই বহুতো সময় নিশ্চুপ হৈ বহি ৰ'ল। তেওঁলোকৰ প্ৰত্যেকেই যেন কাণেৰে সেই শব্দতৰঙ্গ অনুভৱ কৰিছিল! মনৰ চকুৰে যেন তেওঁলোকে দেখিবলৈ পাইছিল—জন্তুবোৰ নাচিছে, নাচি নাচি পৰি গৈছে আৰু কেতিয়াবা কেতিয়াবা যেন শিক্ষা পোৱা জন্তুৰ দৰে কাম কৰি গৈছে! নোভা-১ত যেন উপনিবেশীসকলৰ বসবাস হৈছে? প্ৰেৰক-যন্ত্ৰ—চাবি টিপাৰ শব্দ—খনিজ পদাৰ্থৰ সম্ভাৰ—মানুহৰ একাধিপত্য—বিভিন্ন চিন্তা, বিভিন্ন দৃশ্য মনৰ মাজলৈ আহি সকলোবোৰ একাকাৰ হৈ গ'ল!...

আৰু এয়া যে প্ৰশান্ত নিস্তৰংগ সাগৰ ! আদিম যুগৰ পৰা এই সমুদ্ৰই কাছবোৰলৈ সংকেত পঠিয়াইছে, সিহঁতৰ প্ৰতিটো মুহূৰ্তকে নিয়ন্ত্ৰণ কৰিছে। সিহঁতক শাসন কৰিছে, শুৱাই থৈছে, শান্তিত ৰাখিছে। এই সাগৰ-সংকেত ইয়াৰ পিছতো আৰু কোনেও নুশুনিব ! মানুহৰ কৌশলৰ বহুতো তলত যেন প্ৰকৃতিৰ যন্ত্ৰ প্ৰকৃতিৰ নিয়ম সকলো চেপা খাই ৰ'ল—যি আৰু কোনোদিনেই ওলাই আহিব নোৱাৰে, কোনোদিনেই ব্যৱহৃত নহয় ! কাছবোৰে হয়তো কাহানিও এই নিয়ম নামানে। মানুহৰ কৌশল—মানুহৰ যন্ত্ৰই আজি সিহঁতক পুতলাৰ দৰে নচুৱাব মুহূৰ্তে মুহূৰ্তে !!

চকুত ভয় সানি পল্লৱে বাহিৰলৈ চালে। পোহৰৰ সিপাৰে সিহঁতে অপেক্ষা কৰি আছে ! কিন্তু কিহৰ বাবে অপেক্ষা কৰিছে সিহঁতেতো নাজানে ! সিহঁতৰ পিছত আছে মাথোঁ অন্ধকাৰ, সেই অন্ধকাৰৰ আছে উত্তাপ, সাগৰৰ মৰম কোমল উত্তাপ। তাৰ পিছতো যেন অন্ধকাৰ, কেৱল অন্ধকাৰ—কিছুমান অন্ধকাৰ !!




আজি অতদিন ধৰি কিঞ্চে কম কথা কৈছে। অন্ধকাৰ কোঠাৰ ভিতৰত নিশ্চুপ হৈ থিয় দি কটাইছে মিষ্টাৰ উইলিয়ম কিঞ্চে। পুৱা আৰু গধূলি কেৱল থিয় হৈয়েই কটাই দিছে। অনুভৱ কৰিছে নভেম্বৰৰ শীত। গা-মূৰ সেঙেতা কৰা জাৰ। আকাশৰ পৰা বৰফৰ বৰ্ষা নামিছে। অবিৰত ঠাণ্ডা নামিছে। খিৰিকী দৰ্জা-শ্বেলফ্ হিমচেচা হৈ পৰিছে। আৰু, অন্ধকাৰ নিৰ্জন কোঠালিত চকু মুদি থিয় হৈ আছে মিঃ কিঞ্চ। সাগৰৰ পৰা ভাহি আহিছে এসোঁতা হাড়কঁপোৱা মৃদুমন্দ বতাহ। কঁপি উঠিছে কিঞ্চৰ সমস্ত শৰীৰ। আৰু বতাহৰ তৰঙ্গত উৰি আহিছে এটি গোন্ধ। সুপ্ৰাচীন দেৱালৰ ফাঁকে ফাঁকে খাজ খাই থকা সেই গোন্ধ। অতি নিবিড়ভাৱে সেই গোন্ধ লৈ কিঞ্চে অনুভৱ কৰিছিল, ৰোমন্থন কৰিছিল প্ৰাচীন ইতিহাস। অসহ্য সেই গোন্ধৰ মাদকতা। অসহন যন্ত্ৰণাত বাৰে বাৰে দীৰ্ঘশ্বাস পেলাইছে মিঃ উইলিয়ম কিঞ্চে। কিঞ্চৰ ভ্ৰূ কুঞ্চিত হৈ

পৰিছে। দেৱালৰ পৰা ভাহি অহা প্ৰাচীন ইতিহাসৰ গোন্ধে কিঞ্চক বিবশ কৰি তুলিছে।······

পুৱা আৰু গধূলি, তিনিদিন নিতৌ বৈ আছে মিঃ কিঞ্চ সেই নিৰ্জন, নিঃসঙ্গ সূৰ্য্যহীন কোঠালিত। মিঃ কিঞ্চ কেৱল থিয় হৈয়েই আছে। আৰু মাজে মাজে ৰোমন্থ কৰিছে প্ৰাচীন ইতিহাস।······

তলৰ পৰা ঘৈণীয়েকে মাতিছে। শুনা নাই। শুনিছে কেৱল নিজৰ নিশ্বাসধ্বনি। বাহিৰৰ কোনো কথাই কিঞ্চৰ কাণত পৰা নাই। ভবাও নাই। কেৱল মুহূৰ্ত্তে মুহূৰ্ত্তে উশাহ এৰিছে আৰু টানিছে। আৰু থিয় হৈ আছে সেই একেদৰেই সেই নিৰ্জন, পোহৰহীন কোঠাত। অনুভব কৰিছে সুপ্ৰাচীন ইতিহাস।

"হুঁঃ, কি যে হাঁহি উঠা কথা!" মনে মনে কৈ উঠিল মিঃ উইলিয়াম কিঞ্চে।

তৃতীয় দিনা দুপৰীয়া খাবলৈ নামি আহি কিঞ্চে হাঁহি দিলে। হাঁহি দিলে বিবৰ্ণ দেৱালৰ পিনে চাই, হাঁহি দিলে ভঙা-চিঙা বাচনবোৰ চাই, হাঁহি দিলে ডাগধৰা ৰূপৰ চামোচখন হাতত লৈ। আনকি ঘৈণীয়েকক দেখিও এবাৰ হাঁহি উঠিল।

"কি হ'ল! ইমান হাঁহিছে যে!" ঘৈণীয়েকে সুধিলে।

"কি হব আৰু। অতি সুতীক্ষ্ণ মেজাজ। অতি উত্তম, খুব ভাল, খুব ভাল···" কৈ কৈ আকৌ হাঁহিলে মিঃ কিঞ্চে। হাঁহিত অধীৰ হ'ল। প্ৰায় একপ্ৰকাৰ পাগলৰ দৰেই হাঁহিবলৈ ধৰিলে। কিবা এক অজান আবেগত উন্মত্ত হৈ উঠিছে কিঞ্চ।

শ্ৰীমতী কিঞ্চ হতবাক হোৱাৰ দৰেই হ'ল। সুধিলে, "গোন্ধটো কিহৰ?"

"গোন্ধ? কিহৰ গোন্ধ?"—আচৰিত ভাবে প্ৰশ্ন কৰিলে কিঞ্চে।

"তেলৰ?"

"উহুঁ, মুঠেও নহয়।"

কিঞ্চ কিঞ্চিৎ গম্ভীন হ'ল। কথা বন্ধ কৰিলে। যেন খৈণীয়েকে চুইচ অফ্ কৰিছে দিলে। আৰু অলপ অসাবধান হৈ চুপ হৈ বহি পৰিল।

"পুৱা ক'লৈ গৈছিলা ?"—খৈণীয়েকৰ কথাত কিঞ্চৰ নীৰৱতা ভঙ্গ হ'ল।

"জানাই চোন, ওপৰৰ চাংঘৰটো চাফা কৰিছিলোঁ।"

"মিছা কথা। এটা শব্দও হোৱা নাই। ইমানে মনে মনে বাৰু কি কৰিলা তাত ?...আৰে, সেইটো কি ?"—দূৰত থকা কিবা এটিলৈ আঙুলিৰে নিৰ্দেশ কৰি আধা বিস্ময়ত আধা আনন্দত চিঞৰি উঠিল শ্ৰীমতী কিঞ্চ।

"অ'...সেইটো ইয়ালৈ আহিল কেনেকৈ ?" নিজে নিজে প্ৰশ্ন কৰিলে কিঞ্চে। কৈ উঠি হাতত তুলি ল'লে। দেখিলে ফটা পেন্টৰ কাপোৰ এটুকুৰাৰে সামৰি থোৱা আছে চাইকেলৰ অংশ বিশেষ।

আৰু ক'লে—ওপৰ তলাত আছিল। বাৰু কোৱা, মনত পৰেনে তোমাৰ সেই চল্লিশ বছৰ আগৰ কথা—আমি যে দুয়ো চাইকেলত উঠি ৰাস্তাত চক্কৰ দিছিলোঁ। আঃ, কি যে মধুৰ পৰিবেশ আছিল চাৰিওপিনে ? পৰিছেনে মনত ?"

কিঞ্চ অলপ উত্তেজিত হৈ উঠিছিল।

তেনেতে কোৱাই কৈ উঠিল, "শুনা তুমি যদি আজিৰ দিনটোৰ ভিতৰতে ওপৰৰ লেঠাবোৰ শেষ নকৰা, ঠিক কৈছোঁ, মই গৈ নিজে সেইসব লণ্ডভণ্ড কৰিম।"

"নাই, নাই," কিঞ্চে ক'লে, "তুমি তালৈ নেযাবা। মোৰ যি মন গৈছে, তাকেই কৰিছোঁ। সকলো মই মোৰ ইচ্ছা অনুসৰি সজাই লৈছোঁ। শপত, তুমি তালৈ নেযাবা।"

কোৱাই একোকে নকলে। মাথো এটি শেতা দৃষ্টিৰে চাই থাকিলে আবেগ-আকুল স্বামীক।

কিঞ্চেও খোৱাত মনোযোগ দিলে। কিন্তু অলস ভাবে। হঠাতে আকৌ সোৎসাহে কৈ উঠিল, "কোৰা, এই ওপৰ তলাৰ ঘৰবোৰ কেনে জানানে? সেইবোৰ যেন সময় কল—য'ত আমাৰ দৰে বুঢ়াবোৰে ছকুৰি বছৰ পিছুৱাই যাব পাৰে; তাত চিৰ বসন্ত বিৰাজমান সময়ৰ গতিৰে;—য'ত বসন্ত নিত্য বৰ্তমান; য'ত সৰু সৰু শিশুৱে উমলিছে বৰফত ডুবি ডুবি। আঃ, মনত আছেনে তোমাৰ সেই বৰফত ওমলা দিনবোৰ? কি যে সুন্দৰ খাবলৈ!! হাতৰ ৰুমালত আঁটি আঁটি বন্ধা সেই বৰফবোৰ!! কাপোৰৰ সুগোন্ধৰ সতে বৰফৰ সেই মিশ্ৰিত গোন্ধ!! চুহি চুহি কি যে আমোদ!! মনত আছে, আছে কোৰা?" সেই আনন্দ!

গাৰ এণ্ডামুৰী দি ভালদৰে বহি ললে কোৰাই। কিঞ্চে চকুছুটা আধা মুদি সুধিলে অসম্ভৱ নহয়, সেই মধুৰ দিনবোৰ ৰোমন্থ কৰা। ছাদৰ ওপৰত চাংঘৰ। যেন সময়ৰ লাইখুটা। তাত যেন চুপি চুপি ৰৈ আছে দূৰ অতীতৰ দিনবোৰৰ মধুৰ স্মৃতি। মধুবসন্তৰ মধুমিলনৰ উষ্মা আৰু প্ৰতীক্ষা। আঃ, সেই দেৰাজবোৰ! যেন সৰু সৰু শৰাধাৰ, হেজাৰ বছৰ ধৰি নিচুকাই শুই আছে। আৰু, তুমি যদি গৈ সেই অন্ধকাৰ কোঠাত সোমাই থিয় হোৱা, অপলক নয়নে চাই থকা সেই এন্ধাৰ, আৰু যদি ভাবা, আৰু গোন্ধ লোৱা অতীতৰ, ছহাত মেলি ধৰিবলৈ যোৱা অতীতক তেনেহলে তেনে···—কিঞ্চ ৰৈ গ'ল। কিবা যেন ভুল কথা, নকবলগা কথা কৈ পেলালে।

ইতিমধ্যে কোৰাৰ খোৱা শেষ হৈছিল।

কোৰালৈ চাই এইবাৰ স্পষ্টকৈয়ে মুখফুটাই কবলৈ ধৰিলে:

"আচ্ছা, যদি সঁচাকৈয়ে আমি সময়ৰ মাজেদি ভ্ৰমণ কৰিব পাৰিলোঁহেঁতেন, খুব মজাৰ কথা হ'লহেঁতেন, নহয়নে বাৰু? আৰু, আমাৰ এই চাংঘৰৰ বাহিৰে আৰু ক'ত সেই সম্ভব, হুঁ?"

"পিছে, অতীতৰ সকলো 'দিনেই বসন্ত নহয়" কোৱাই ক'লে। তোমাৰ স্মৃতিয়েই কিবা—একদম ধূমল। অতীতৰ ৰুসনা দিনবোৰ মনত পৰিছে তোমাৰ; বাকীবোৰ পাহৰি গৈছা। অতীত নিশ্চয় বসন্ত নাছিল।"

"নহয় কোৱা, ভাবি চালে, আছিল। আলঙ্কাৰিকভাবে বসন্তই আছিল।"

"নাই, নাছিল।"

কিঞ্চুৰ ধৈৰ্য্য হেৰাই গৈছিল। উত্তেজিত ভাবেই কৈ উঠিল:

"মই বুজাব খুজিছোঁ সেয়া এই—তুমি যদি সাৱধানে বিগত বছৰবোৰৰ মাজেদি এটা চকাৰ চাইকেল এখন চলাই যোৱা, ভাৰসাম্য ৰাখি কিন্তু, হাত এৰি দি—আৰু সাৱধানে, খুব সাৱধানে—এটিৰ পিছত এটিকৈ বছৰ বগাই যোৱা ১৯০৯ত এক সপ্তাহ কটোৱা, এটি দিন যদি ১০০০ত কটোৱা, একমাহ বা আধামাহ যদি কোনো এক অন্য বছৰত—১৯০৫, ১৮৯৮ নতুবা অইন কৰবাত, তেনেহলে, তেনেহলে কোৱা, পিছত সময়খিনি তুমি বসন্ততে কটাবা পাৰিবা।"

"এক চকাৰ চাইকেল?"

"এৰা, এক চকাৰ। সেই যে ৰূপ যেন বগা; ক্ৰোমিয়াম দি ৰূপালী কৰা, চাৰ্কাচৰ এটা চকাৰ চাইকেল! তাৰে কথাই কৈছোঁ। ভাৰসাম্য সঁচাকৈয়ে যদি ভাৰসাম্য ৰক্ষা কৰিব পাৰা, পৰি যদি নোযোৱা, যাতে জেউতি-জিলিকণি ৰতাহত চিকমিকাই উঠিব পাৰে···সুন্দৰ, অতি সুন্দৰ সেই জেউতি···ওপৰত, আৰু ওপৰত যাতে এটি প্ৰভা উজ্জ্বল হৈ উঠে···যদি এটি ৰঙৰ পোহাৰ পাতিব পাৰা—ৰঙা, নীলা, হালধীয়া—ধুনীয়া ধুনীয়া ৰঙৰ। তেতিয়া দেখিবা সমগ্ৰ জুন-জুলাই-আগষ্ট যিবোৰ মাহ গুছি গৈছিল সেইবিলাক আকৌ ঘূৰি আহিছে ৰতাহত ভাহি ভাহি তোমাৰ

কাষলৈ, তোমাক চুই গৈছে সেই বিগত দিনবোৰে, আৰু তুমি—তুমি মিঠা মিঠা হাঁহি মাৰি ঘূৰিবা সিহঁতৰ মাজত। আচল কথা ভাবসাম্য, কোবা ভাবসাম্য।”

“বাঃ, বাঃ, বাঃ—হিঃ, হিঃ, হিঃ…”কোবাই হাঁহি সামৰিব নোৱাৰা হ'ল কিঞ্চৰ কল্পনাত।

আৰু ইতিমধ্যে মিঃ কিঞ্চ জখলাৰে ওপৰমহলাত প্ৰৱেশ কৰিছিল। তেওঁৰ শৰীৰত এটি কম্পন উঠিছিল। বাহিৰত তেতিয়াও বৰফ-বৃষ্টি।

এনেকুৱা শীত কিঞ্চৰ জীৱনত এয়ে প্ৰথম নহয়। বহুতো শীতাৰ্ত ৰাতি তেওঁৰ পাৰ হৈ গৈছে বিগত জীৱনছোৱাৰ ভিতৰতে। হাঁড় কপোৱা ঠাণ্ডাত একটুকুৰা বৰফপিণ্ডৰ দৰে শুই থকা কিঞ্চৰ পুৰণি অভিজ্ঞতা। নিজৰ দেহৰ উত্তাপে উত্তাপ লোৱাও তেওঁৰ নতুন নহয়। গতিকে, চাংঘৰত সোমাইও মিঃ কিঞ্চে ঠাণ্ডাৰ কথা ভবা নাছিল। কেবল বসন্তৰ মধুৰ দিনবোৰকেই ঘূৰাই অনাৰ মধুৰ কল্পনাত মত্ত হৈ পৰিছিল। অতীতৰ মিঠা সপোন সিঁচি তেওঁৰ নিদ্ৰালস চকুত টোপনি নামে নিতৌ। তাৰ পিছত একটুকুৰা বিস্বাদ ভঙ্গুৰ বৰফৰ দৰে শুই পৰে মিঃ কিঞ্চ।…আৰু বাহিৰত, প্ৰচণ্ড শীত। শীত আৰু শীতৰ চেঁচা বতাহ।

কিঞ্চে পুৰণি দুৱাৰখন ঠেলি দিলে। এচাতি মৃদু-মন্দ চেঁচা বতাহ সোমাই আহিল। কিঞ্চৰ অনুভৱ হ'ল যেন বসন্তৰ ধূলি এজাক তেওঁৰ পিনে দৌৰি আহিছে। নিঃশব্দে দুৱাৰখন মাৰি দিলে। আৰু তেওঁ হাঁহিবলৈ ধৰিলে।

নিস্তব্ধ কোঠালি কেৱল কিঞ্চৰ মুখৰ অস্পষ্ট গুঞ্জনে সেই নিস্তব্ধতা ভঙ্গ কৰিছে। কোবাই তলৰ পৰা গিৰিয়েকৰ সেই গুঞ্জন শুনিবলৈ পালে, মিঃ কিঞ্চৰ পদধ্বনি। কিঞ্চ তললৈ নামি আহিছিল। তেতিয়া সন্ধিয়া। কিঞ্চে গান গাইছিল। “মোৰ সোণালি সপোনৰ দীপ”

গানটো কিঞ্চৰ বৰ প্ৰিয়। গান গাই গাইয়েই নতুন টুপীৰে গৈ পাকঘৰত কোবাক মাতিলে—

"কো—বা…"

"কি হ'ল! টোপনি ভাঙিলে? গোটেই দিনটো শুই শুইয়েই কটালা। কতবাৰ মাতিছোঁ। সাৰকুৰেই নাই।"

কোবাৰ কথাত মুখ টিপি হাঁহি কিঞ্চে ক'লে—"এৰা, টোপনি ধৰিছিল হে।" তেওঁ যৈণীয়েকৰ আগত তহল দি দি কি যে মাদকতা পাইছে! কিন্তু কোবা আচৰিত হ'ল। কিঞ্চে নতুন কোট এটি পিন্ধিছে।

"আৰে, এই নতুন কোটটি ক'ৰ?"

দীঘল দীঘল ৰঙা ৰঙা পাৰি; বগা গলবন্ধা কলাৰ আৰু আইস্ক্ৰিম পেণ্ট। নতুন টুপী। কোমল ঘাহৰ গোন্ধৰ দৰে গোন্ধাইছে কিঞ্চৰ পোছাক যোৰ। কোবা বিস্মিত হ'ল গিৰিয়েকৰ এই ন বেশ দেখি। আকৌ সুধিলে—

"ক'ত পালা এইসব?"

"পুৰণি ট্ৰাঙ্ক এটিত আছিল।"

কোবাই শুণ্ডি চালে। নাইতো, নেকথেলিনৰ গোন্ধ নাই। বৰং নতুন কেচাবাদামৰ গোন্ধ এটিহে ভাহি আহিছে। যৈণীয়েকলৈ কিঞ্চৰ ভয় হৈছিল। খুব অস্বস্তি বোধ কৰিছিল তেওঁ।

কোবাৰো কিঞ্চৰ এই শিশু-সুলভ পাগলামি অসহ্য লাগিছিল। তেওঁ কলে—"শুনা, এইটো বসন্ত মজুত ৰখা গুদামঘৰ নহয়।"

"আচ্ছা, ইয়াত কি অলপ বিলাস কৰিবও নোৱাৰি।"

"নকৰি কি কৰিছা! তুমিতো সদায় তাকেই কৰি আহিছা।" কোবাৰ খং উঠিছিল। সজোৰে চৌকাৰ ঢাকনিখন বন্ধ কৰি ক'লে—"মই যেতিয়া শালত বহিছোঁ, ঈশ্বৰে জানে, তুমি তেতিয়া কি কৰিছিলা—হয় তহল দিছা, নতুবা সৌ দোকানত গৈ চুপতি মাৰিছা…"

"কো-ৰা—", কিঞ্চৰ মন তেতিয়া ৰঙতে চপচপীয়া। কোবাৰ খণ্ড মন কৰিবলৈ তেওঁৰ সময় নাই। তেওঁ পুনৰ ক'লে—"বাৰু কোৰা, বহুত দিন আগৰ দৰে, এদিন ৰবিবাৰে আমি দুয়ো যদি ফুৰিবলৈ ওলাওঁ, খুব ভাল হব, নহয়নে ? তুমি ল'বা ছিল্কৰ ছাতি— তোমাৰ দীঘল স্কার্ট বতাহত দুলি দুলি মৃদু শব্দ কৰিব—দুয়ো গৈ সেই বেঁটুৰাত বহিম, সেই যে ঠেংভঙা চকীবোৰে !—তাৰ পিছত দোকানত ইটো সিটো কিবা-কিবি মিছামিছি দৰ কৰিম—আঃ সেই পুৰণি স্মৃতি ! কোৰা, আজিকালি দোকানত সেই আমোদ নাপাওঁ কিয় ?—আৰু যাম আমাৰ সেই চিনাকি ১৯১০ৰ ফোৰ্ডৰ দোকানলৈ, তাত ঢেৰ কিবাকিবি খাম আৰু যন্ত্ৰসঙ্গীত শুনিম—আচ্ছা কেনে হব কোৰা ?"

"বাজে কথা এৰা। খাবৰ হৈছে। আৰু এই অদ্ভুত পোছাক যোৰ সলাই আহা।"

"বাৰু, তোমাক যদি কওঁ, সেই যে মটৰচলাৰ আগেয়ে দুপিনে ওক গছৰ শাৰী থকা গাওঁৰ ৰাস্তা—মনত পৰিছে ?—সেই ৰাস্তাৰে যদিহে চাইকেল চলাবলৈ কওঁ, যাবানে তুমি ?"—এটি উদ্বিগ্ন দৃষ্টিৰে কোৰালৈ চালে তেওঁ। আকৌ ক'লে—"কিযে দ আছিল সেই ৰাস্তাবোৰ ! মনত আছেনে, আমি যেতিয়া উভতি আহিছিলোঁ, একদম নিগ্ৰোৰ দৰে দেখা গৈছিল আমাক। যিকি নহওক… ।" কোৰাৰ ধমকত কিঞ্চ বৈ গ'ল।

"পুৰা ইয়াত দুকুৰি ডলাৰ আছিল। এতিয়া নাই। তুমি লৈ গৈছা ; আৰু দোকানৰ পৰা এইবোৰ বাজে বস্তু লৈ আহিছা। এইবোৰ একদম নতুন কোনো ট্ৰাঙ্কৰ পৰা অহা নাই। হয়নে কোৰা ?"

"মই…" বুলি কিঞ্চে আৰু কব নোৱাৰিলে। কোৰাই আধাঘণ্টা ধৰি বকি থাকিল। কিন্তু কোনো পধ্যেই কিঞ্চে স্বীকাৰ নকৰিলে।

নভেম্বৰৰ চেঁচা বতাহে ঘৰটো কঁপাই তুলিলে। আকাশৰ পৰা অবিৰাম বৰফ পৰিবলৈ ধৰিছে। ক্ৰমে ঘনীভূত হৈ আহিছে শীতৰ প্ৰচণ্ডতা।

"উত্তৰ দিয়া।" কোৱাই চিঞৰি উঠিল—"তুমি পাগল হৈছা? এইসব পোছাক কিনি পয়চা খৰছ কৰি কি কৰিলা! তুমিতো ইয়াক পিন্ধিব নোৱাৰিবা।"

"চাঙঘৰটো—" তেওঁ আৰম্ভ কৰিলেহে, কোৱাৰ আৰু সহ্য নহ'ল। ওলাই গৈ শোৱা কোঠাত বহিলগৈ।

সন্ধ্যাৰ ছায়াঘন অন্ধকাৰ নামি আহিছে। পৃথিবী গহীন হৈ পৰিছে। আৰু আকাশৰ পৰা অবিৰাম ভাবে পৰিছে বৰফৰ টুকুৰা। কোৱাই মন কৰিলে, মিঃ কিঞ্চ চাঙঘৰলৈ যাবলৈ ওলাইছে।

সেই চাঙঘৰটো পুৰণি, অতীতৰ স্মৃতিকক্ষ। প্ৰাচীন কালৰ অন্ধকাৰময় সেই কক্ষ যেন অন্য এক পৃথিৱী, তলৰ পৃথিৱীৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন।

কিঞ্চে দুৱাৰখন বন্ধ কৰি দিলে। জ্বলি উঠা বিদ্যুতেই যথেষ্ট সঙ্গী। যেন বাহিৰৰ কোনো কথাকে সোমাবলৈ দিয়া অনুচিত। তাত ৰৈ আছে এটি কাগজৰ জাপানী ফুলৰ মাজত চিৰকালৰ সময়। স্মৃতিৰ পৰশত ফুলি উঠিল, বসন্তৰ মলয়াত জীৱনতকৈও দামী হৈ মনৰ পাতল পৰ্দাৰ সকলো সাফৰ খুলি দিলে। যি কোনো এখন দেৰাজ খুলিলেই ওলাই পৰিব ধূলিৰে উমলি থকা মাহীদেউ, পেহীদেউ, বাইদেউ—যিবোৰ মৰি ভূত হৈ গৈছিল। এৰা, সময় ইয়াতেই আছে। তুমি তাৰ নিশ্বাস শুনিবলৈ পাবা, যন্ত্ৰৰ সময়ৰ নহয় কিন্তু, আৱহাৱাৰ সময়ক। তলৰ থকা ঘৰটো এতিয়া বহু বছৰ আগৰ

কোনো এটি দিনৰ দৰেই দূৰন্থ। চকুহুটা আধা মুদি দিলে তেওঁ আৰু অপেক্ষমান চাঙঘৰৰ চাৰিওপিনে দৃষ্টি নিবদ্ধ কৰিলে।

ইয়াতে, এৰা, ইয়াতেই তিনিচুকীয়া কাচৰ ফ্ৰেমত বৈ আছে ৰামধেনু, ৰাতিপুৱা আৰু সন্ধ্যা—সময়ৰ মাজেদি নিঃশেষে পিছলৈ বৈ যোৱা নতুন নদীৰ দৰে উজ্জ্বল হৈ। বিদ্যুৎবোৰ জ্বলি জ্বলি সিহঁতক আৰু বেছি জীৱন্ত কৰি তুলিছে ; ৰামধেনুৱে তৰি দিছে ছায়াৰ পিছত ৰঙৰ মেলা। পাম আৰু পকা আঙুৰৰ দৰে সেই ৰঙ ; ধুমুহাৰ পিছৰ নিৰ্মেঘ আকাশৰ নীলা নীলা ৰঙ। পকা কমলাৰ দৰেই উজ্জ্বল তাৰ অনেক অংশ। বন্ধ ঘৰৰ ধূলি উত্তপ্ত হৈ উঠিছে, জ্বলি উঠিছে আৰু সমস্ত সময় জ্বলি গৈছে—যেন এক বিৰাট অগ্নিকুণ্ড—তুমি তাত কেৱল পুৰি ছাই হৈ যাব পাৰিবা, একদম ছাই হৈ। কিঞ্চে অনুভব কৰিলে, নিশ্চিতভাবে ভাবিলে ; এই চাঙঘৰটি সময়ৰ এটি বিশাল যন্ত্ৰ ; ইয়াত যদি তুমি তিনিচুকীয়া কাচৰ ফ্ৰেমটো চুই দিয়া ; অথবা সৌ হুৱাৰৰ হেণ্ডেলডাল, ফিটাবোৰ স্পৰ্শ কৰা, সেই স্ফটিকৰ ঘণ্টাত আঘাত কৰা ধূলিবোৰ গুচাই দিয়া—ট্ৰাঙ্কৰ তলাবোৰ খুলি দিয়া—আৰু সেই পুৰণি পিয়ানো বজাই থকা সেই মুহূৰ্ত্তলৈ, যি মুহূৰ্ত্তলৈ তোমাৰ চকুৰ আগত হেজাৰ বছৰৰ পুৰণি স্মৃতিবোৰ আহি নৃত্য কৰিবলৈ নধৰে—সঁচাকৈয়ে যদি তুমি যন্ত্ৰটি বজাই থাকা—ইয়াৰ সমস্ত অংশতে স্পৰ্শ কৰা, তেনেহলে, তেনেহলে, তেনেহলে ই !!..

কিঞ্চে হাতজুখন আগবঢ়াই দিলে যন্ত্ৰটি ধৰিবলৈ। তেওঁ ওঁঠ হুটা চেপি ধৰিলে। তেওঁৰ মস্তিষ্কৰ সংগীতৰ সুমধুৰ মূৰ্চ্ছনাই দোলা দিবলৈ ধৰিলে ; আৰু কিছু বেলিৰ পিছত যন্ত্ৰটো বজোৱা আৰম্ভ কৰি দিলে। বিভিন্ন স্বৰ বাজি উঠিল। যন্ত্ৰটিৰ পৰা ভাহি অহা মিশ্ৰিত সুৰৰ কোনো এটি সুৰে কিঞ্চক কঁপাই তুলিলে! আৰু অৱশেষত তেওঁ এনেকৈ কঁপি উঠিল যে বাধ্য হৈ চকু হুটা মুদি দিলে।

ৰাতি ন মান বজাত কোৱাই তেওঁক মাতিলে। কোৱাৰ পিনে

এটি শেঁতা দৃষ্টি নিক্ষেপ কৰি, মূঁৰৰ টুপি লবাই কিঙ্কে মাথো ক'লে—"বিদায়, কোবা"।

"ছিঃ, কিবোৰ যে কৈছা," কোবাই চিঞৰাৰ দৰেই ক'লে।

"আজি তিনিদিন ধৰি ইয়াকেই ভাবি কটাইছোঁ; আজি কৈ দিছোঁ, বিদায়।"

"নামি অহা তাৰ পৰা, কি যে অদ্ভুত এইটো!"

"কালি বেঙ্কৰ পৰা পাঁচশ ডলাৰ উলিয়াইছিলোঁ। তাকেই ভাবিছোঁ। তাৰ পিছত, তাৰ পিছত যেতিয়া এইটো ঘটিল, গতিকে ···কোবা······"—তেওঁ উৎকণ্ঠিত হাতচুৰখন তললৈ নমাই দিলে আৰু ক'লে—"শেষবাৰৰ বাবে সুধিছোঁ কোবা, তুমি মোৰ লগত থাকিবা?"

"ক'ত, সেই চাওঘৰত? দিয়া, জখলাদাল নমাই দিয়া। মই গৈ নমাই আনোঁ।"

"খুব ইচ্ছা হৈছে কোবা, অকণমান ক্ল্যাম চোডা-পানী খাবলৈ। আৰু মন গৈছে সেই মধুৰসভ্ৰৰ সুৰ এটি শুনিবলৈ···আঃ আহা না কোবা, আমি ছুয়োঁ···"

কোবাই স্থিৰ দৃষ্টিৰে কেৱল কিঙ্কলৈ চাই থাকিল নিতান্ত শান্তভাবে। আৰু অলপ পিছত শুনিবলৈ পালে কিঙ্কৰ শেষ কণ্ঠস্বৰ—"বিদায়"। লগে লগেই কিঙ্কৰ মুখ অদৃশ্য হৈ গ'ল, অদৃশ্য হৈ গ'ল মূৰৰ টুপি।

কোবাই চিঞৰি উঠিল—"উইলিয়ম"!

নাই। নিঃশব্দ চাওঘৰ, অন্ধকাৰ আৰু একো নাই। কোবা কঁপি উঠিল। আৰু অতি কষ্টেৰে চেয়াৰ এখন টানি আনিলে। চেয়াৰত থিয়.দি বুকু চোচৰাই কোনোমতে উঠি গ'ল সেই অন্ধকাৰময় চাওঘৰলৈ। টৰ্চৰ ক্ষীণ পোহৰেৰে কোঠালিটো অন্বেষণ কৰিলে। নাই, উইলিয়ম কিঙ্ক আৰু নাই।

শূণ্য ঘৰ, অন্ধকাৰ আচ্ছন্ন। শীতৰ চেঁচা বতাহে কঁপাই তুলিছে ঘৰৰ সমস্ত বস্তু।

অলপ পিছত কোৱাই দেখিলে, পশ্চিমৰ খিৰিকীখন খোলা আছে। খিৰিকীত ভৰ দি থিয় হ'ল তেওঁ। চাৰিওপিনে দৃষ্টি নিক্ষেপ কৰিলে। দেখিলে জখলাটো বাহিৰৰ পিনে লগোৱা আছে।...

কোৱা খিৰিকীৰ পৰা আঁতৰি আহিল।

বাহিৰত তেতিয়া আপেল ফুলিছে। জুলাইৰ বসন্ত। দূৰৰ কৰবাত বাজি উঠিছে বাৰুদৰ বিষ্ফোৰণ, আঁতচবাজীৰ মধুৰ আৱাজ। আৰু শুনিবলৈ পালে দূৰৰ পৰা ভাহি অহা হাঁহিৰ চিক্ফনি। এজাক উষ্ণ বতাহে মুখৰিত কৰি তুলিছে দূৰৰ দিগন্ত।...

কোৱাই খিৰিকীখন বন্ধ কৰি দিলে। ধীৰ স্থিৰ ভাবে থিয় হৈ চিঞৰি দিলে—"উইলিয়ম!"

নভেম্বৰৰ শীতবোৰো খিৰিকীৰ আয়নাত মৃদু ভাবে খুন্দিয়াবলৈ ধৰিলে। বৰফৰ টুকুৰবোৰে খিৰিকী সতে ফুচ-ফাচ কথা পাতিছে। কোৱাৰ মনত পৰিল ত্ৰিশবছৰ আগৰ পৃথিবীখনৰ কথা...

বন্ধ খিৰিকীৰ কাষলৈ কোৱাই আৰু নগ'ল। অন্ধকাৰ সেই শূণ্য ঘৰত নিশ্চুপ হৈ বহি পৰিল। কোৱাৰ নাকত এক তীব্ৰ গোন্ধে স্পৰ্শ কৰিলে। মনটো কেনেবা কেনেবা লাগিল। কিবা এক পৰিতৃপ্তিৰ দীৰ্ঘশ্বাস এটি এৰি দিলে তেওঁ।

অতি পুৰণি, চিনাকি অভ্ৰান্ত গোন্ধ; মনোহাৰী দোকানৰ সুগন্ধি তেলৰ।

# নৱাগত নক্ষত্ৰ



নতুন বছৰ। নতুনত্ব যেন সকলোতে। সেয়ে নতুন বছৰৰ প্ৰথম দিনটোৰ বাবে সকলোৱে অধীৰ উৎসাহেৰে অপেক্ষা কৰে। কিন্তু এইবাৰ যেন কিবা এটা ব্যতিক্ৰম ঘটিল। যেতিয়াই নতুন বছৰৰ প্ৰথম পুৱাতেই বাতৰি-কাকতত প্ৰকাশ পালে—নেপচুনৰ কাৰ্যকলাপ বৰ অস্বাভাৱিক হোৱা বুলি। প্ৰথমতে শিক্ষিত সমাজত আলোড়ন উঠিল। জ্যোতির্বিজ্ঞানত ৰাপ থকা মানুহবিলাকে আৰম্ভ কৰি দিলে নানান মুখৰোচক গল্প। সেই গল্প ঢৌৰ দৰে বাগৰি সাধাৰণ জনতাৰ মাজতো সোমাল। আকাশৰ তৰাক ভগৱানৰ প্ৰতিভূ বুলি ভবা সকলেও পিচত নেপচুনৰ গল্প কৰবলৈ ধৰিলে। এটা কথা মন কৰিছেনে—যি কোনো মুখৰোচক কথা যেতিয়া কাণ বাগৰে, শেষত তাৰ ৰূপটো কি বিৰূপ হৈ পৰে! সকলোৱে নিজৰ জ্ঞান-বুদ্ধিৰ গৰ্ব

ব্যৱহাৰ কৰি নতুন অলঙ্কাৰ এপদ সংযোগ কৰে। মূৰকত অলঙ্কাৰৰ ভৰতে মূল জকাটো ইমান ভাৰী হয় যে কুঁজা হৈ যাবলৈ বাধ্য হয়। নেপচুনৰ গল্পতো বহুত অলঙ্কাৰ যোগ হ'ল।

প্ৰথমতে অগিল্‌ভি মানমন্দিৰৰ পৰা ঘোষণা কৰা হৈছিল যে নেপচুনৰ গতিবেগ শিথিল হৈ আহিছে। এই ঘোষণা ডিচেম্বৰৰ আগভাগতেই কৰা হৈছিল। কিন্তু সেই ঘোষণাত সাধাৰণ জনতাৰ কৰ লগা বা ভাবিব লগা একোৱেই নাছিল। আকাশত কত তৰা—কত গ্ৰহ—কত উপগ্ৰহ! তাৰ ভিতৰত কোনোবা এটাৰ যেনিবা কিবা হ'লেই—তাতনো বমুৱাৰ হব কি! হালুৱৈৰ হাল বোৱাত হব কি! অধ্যাপকৰ শ্ৰেণীত বক্তৃতা দিয়াত হব কি! পিছে নেপচুনৰ গল্পই তাকেই কৰিলে। গল্পৰ পৰশ সকলোৰে গাত লাগিল। ৰব, কথাটো কৈ দিছোঁ।

অগিল্‌ভি মানমন্দিৰৰ বিজ্ঞানীয়ে নেপচুনৰ গতিবেগত শিথিলতা অহা বুলি ঘোষণা কৰাৰ ঠিক পিছতে পৃথিৱীৰ অইন কেবাটাও মানমন্দিৰত সেই সম্পৰ্কে চিন্তা কৰা হ'ল। নেপচুনৰ ওচৰত এটা পোহৰৰ পিণ্ড দেখা বুলিও প্ৰকাশ পালে। জ্যোতির্বিদসকলে কথাটোত বিশেষ গুৰুত্ব আৰোপ কৰিলে। কি সেই পোহৰৰ পিণ্ড? গ্ৰহ? নক্ষত্ৰ? নে অন্য গ্ৰহৰ চাতুৰী? চিন্তাৰ নমনীয়তা বৰ বেছি। শেষত যেনিবা ঠিক হ'ল যে এই নতুন পোহৰৰ পিণ্ডটো নেপচুনৰ উপগ্ৰহ। কিন্তু অদ্ভুত তাৰ আচৰণ! এই নতুন উপগ্ৰহটো নিৰ্দিষ্ট কক্ষপথ এৰি নেপচুনৰ সৈতে অন্য এক পথ অনুসৰণ কৰিছে!

আচলতে সৌৰজগৎ সম্পৰ্কে আমি সাধাৰণ মানুহৰ জ্ঞান বৰ সীমিত নহয় জানো? আমাৰ প্ৰয়োজনেই বা কি! সূৰ্য্যটোৰো হেনো গতি আছে। গতি যেনিবা নাথাকিলেই, তাত মোৰ বা আপোনাৰ ক্ষতি কি? লাভো নাই, ক্ষতিও নাই। সূৰ্য্যৰ চাৰিও-পিনে বোলে লাখ লাখ সিন্দুৰ দৰে গ্ৰহ, ধূলিকণাৰ দৰে উপগ্ৰহ ঘূৰি

আছে। সিহঁতৰ লগতে হেনো আছে উল্কা, ধূমকেতু। পগীয়া তৰা, আৰু যে কত কি! সূৰ্য্যৰ এই ৰাজ্যৰ উন্মুক্ত অসীমতা আমাৰ কল্পনাৰো বাহিৰ। সেয়ে এহো যাক বুলি এৰি থওঁ, নহয়নে? আৰু এই যে নেপচুন গ্ৰহ। আমাৰ কিমান দূৰত তাৰ অৱস্থান! তাতে যেনিবা কিবা এটা হ'লেই, আমাৰ কি! কিন্তু জ্যোতিৰ্বিজ্ঞানীসকলে তাতো লেঠা লগালে। তেওঁলোকৰ প্ৰশ্ন হ'ল—নেপচুনৰ আশেপাশে দহ লাখৰ দুই কোটি গুণ মাইল জুৰি পৰি আছে কেৱল শূণ্যতা, য'ত নাই পোহৰ, নাই উত্তাপ, নাই শব্দ-ধ্বনি—একোৱেই নাই। তেনেহলে এই শূণ্যতাৰ মাজত নতুন তৰাটো আহিল কেনেকৈ? সেই শূণ্যতাৰ মাজেদি এই নবাগত পথিকটো তীব্ৰবেগে যাব ধৰিছে। জ্যোতিৰ্বিদসকলৰ বাবে ই কৌতূহল সৃষ্টি কৰাৰ কথাই। হঠাতে ঘোৰ অন্ধকাৰৰ পৰা জন্ম লৈ নতুন নক্ষত্ৰ এটি সূৰ্য্যৰ পিনে দৌৰ দিছে—জ্যোতিৰ্বিজ্ঞানত এয়া সঁচাকৈয়ে আলোড়ন তোলা ঘটনা।

নতুন বছৰ দ্বিতীয় দিনা পৃথিবীৰ সকলো মানমন্দিৰৰ পৰা নবাগত নক্ষত্ৰটো সিংহ ৰাশিৰ ওচৰত দেখা গ'ল—ঠিক এটা সৰু বিন্দুৰ দৰে। তাৰ পিছদিনা পৃথিবীৰ সকলো বাতৰি-কাকতেতে নতুন তৰাটোৰ বিষয়ে নানান খবৰ ছপা হ'ল। লণ্ডনৰ এখন বিখ্যাত বাতৰি-কাকতে ঘটনাটো ছপালে গ্ৰহ-সংঘৰ্ষ নাম দি। এনেকি সম্পাদকীয় স্তম্ভতো নতুন অতিথিৰ অস্তিত্ব আৰু প্ৰকৃতি সম্বন্ধে আলোচনা চলিল। কোনো সম্পাদকে আগতীয়াকৈ মন্তব্য কৰিলে যে এই নতুন তৰাটোৰ সতে নেপচুনৰ সংঘৰ্ষ সুনিশ্চিত। সেয়ে নতুন বছৰৰ তৃতীয় দিনা পৃথিৱীৰ সকলো মানুহৰ মুখতে গ্ৰহ-সংঘৰ্ষ সম্পৰ্কে কথা আৰম্ভ হ'ল। মানুহৰ মনত ভৰি পৰিল ভয় আৰু আতঙ্কৰে। যেতিয়া সূৰ্য্য মাৰ গ'ল, জনতাৰ চকু আকাশত ৰ'ল। সকলোৱে নতুন তৰাটো চোৱাৰ হেপাহ সামৰিব নোৱাৰা হ'ল। চুহখৰ চ'ক আৰু কেকুৰী তপত হৈ

পৰিল। ট্ৰাম-বাছ-গাড়ী—সকলোতে কেৱল তৰাৰ গল্প। এইদৰেই ৰাতিটো পাৰ হ'ল।

এনেকি পিছদিনাও। তিমিৰ কালিমা আসে ৰবিৰ কিৰণ। নিশি পৰভাত ভৈল। লণ্ডনত শীতৰ প্ৰত্যুষ। মাৰ গ'ল পোলাস্ক। ডুবি গ'ল তৰাৰ জাক। ৰুগ্ন পাণ্ডুৰ প্ৰভাতৰ পোহৰ ধীৰে ধীৰে নামি আহিল। তথাপি হেজাৰ জনতা চহৰৰ কেকুৰীত জমা হৈ চায় আকাশ—আকাশৰ বুকুত অহা নবাগত আলহী। হঠাৎ প্ৰকাণ্ড এটি তৰা—ট টঁকৈ জ্বলা পশ্চিম আকাশত ফুলি ৰ'ল। জনতাৰ মুখৰ পৰা অজানিতে সৰি পৰিল—"আঃ ইমান ডাঙৰ! ইমান উজ্জ্বল !!" সূৰ্যোদয়ৰ পিছতো নতুন তৰাটি একেদৰে জ্বলি ৰ'ল, সূৰ্য্যক মুকৰি।

যিবোৰ দেশত বিজ্ঞান-চেতনা আহি পৰা নাই, সেইবোৰ দেশৰ জনতাই ভয় আৰু ভক্তিৰে নতুন তৰাৰ বন্দনা গালে। বয়োবৃদ্ধ সকলে নিজৰ জ্ঞানৰ জোলোঙা খুচৰি ক'লে—আকাশত এনে পোহৰপিণ্ড ভালৰ বাবে নহয়। দেশত আকাল হয়; দুৰ্ভিক্ষ হয়। দেশে দেশে যুদ্ধ মাতে। ধ্বংস আহে। এনেকি কিছুদিন পুৰণি ইতিহাসৰ কথা দোহাৰি এদল বৃদ্ধই নিজৰ কোৱা কথা সমৰ্থন কৰিলে। ঠায়ে ঠায়ে পূজা চলিল। হোম-যজ্ঞৰ পয়োভৰ বাৰুকৈয়ে হ'ল। প্ৰলয়ৰ আশঙ্কাত এভাগ লোক অস্থিৰ হৈ পৰিল।

সেই একেদৰেই বিজ্ঞানীৰ মাজতো আলোড়ন সৃষ্টি হ'ল। শ শ মানমন্দিৰত দিনে-ৰাতি পৰ্য্যবেক্ষণ চলিল। সুদূৰ আকাশৰ দুটি গ্ৰহ তীব্ৰ বেগত আগবাঢ়ি আহিছে। যি কোনো মুহূৰ্ত্তত এক মহাপ্ৰলয় হব পাৰে। সেয়ে বিজ্ঞানীৰ দল সচেষ্ট হ'ল এই প্ৰলয়ৰ ৰূপ ধৰি ৰাখিবলৈ। মানমন্দিৰবোৰত নতুন নতুন উচ্চ মানৰ যন্ত্ৰ বহুৱাই বিজ্ঞানীমহল ব্যস্ত হৈ পৰিল। নতুন তৰাটোৱে যেতিয়া নেপচুনক খুন্দা মাৰিব, তেতিয়া সৃষ্টি হব প্ৰচণ্ড উত্তাপ, বিৰাট পোহৰ।

সেইবোৰ ধৰিব লাগিব যন্ত্ৰৰ সহায়ত। অনেক কোনো বিজ্ঞানী ব্যস্ত হৈ পৰিল সেইবোৰৰ গাণিতিক হিচাব কৰিবলৈ। এইবোৰ কৰি থাকোতেই দুঘণ্টাৰ ভিতৰতে পশ্চিমৰ আকাশত ভুলি থোৱা তৰাটি পৃথিবীৰ চাৰিওপিনে ঘূৰিবলৈ ললে। যেন এটি নতুন চন্দ্ৰ। মূৰৰ ওপৰত উঠিল আৰু এটি চন্দ্ৰ। আকৌ আৰম্ভ হ'ল নতুন সুৰৰ গল্প।

পিছদিনা ইউৰোপৰ আকাশতে তৰাটি পুনৰ উঠিল। মানুহৰ জুম পুনৰ বান্ধিল। সকলোৰে অদম্য আগ্ৰহ—নতুন তৰাটো দৰ্শন কৰিবলৈ। ৰাস্তাত, ঘৰৰ ছাদত, পাহাৰৰ নামনিত, ল'নত, ৰেস্তোৰাঁত—কেৱল জনতাৰ জুম। এটি উজ্জ্বল তৰা! প্ৰোজ্জ্বল আভা। শুভ্ৰ আভা। আগৰ দিনা যিসকলে তৰাটো দেখিছিল, সেই সকলো বিস্ময়াভিভূত নোহোৱাকৈ নাথাকিল। কাৰণ, তৰাটো আৰু ডাঙৰ হৈ আহিছে। বহুত বেছি গুণে উজ্জ্বল হৈ পৰিছে। কোনো কোনোৱে ক'লে—নতুন 'চন্দ্ৰ'ৰ পোহৰ পুৰণি চন্দ্ৰৰ পূৰ্ণিমাৰ ৰাতিতকৈও বেছি। আৰু যে তাৰ বলয়—কি তীব্ৰ! তাৰ শুভ্ৰ বলয়ৰ উজ্জ্বলতা একেথিৰে চাই থকাই টান। কিন্তু মানমন্দিৰবোৰত জ্যোতিৰ্বিদসকলৰ মুখৰ মাত বন্ধ হ'ল। বিজ্ঞানীসকল বিব্ৰত হৈ পৰিল। ইজনে সিজনৰ পিনে চোৱাচুই কৰিলে। মূক মুহূৰ্ত। মাজে মাজে অস্পষ্ট অস্ফুট স্বৰত কেৱল কয়—"আৰু আগুৱাই আহিছে। আৰু ওচৰ।" লগে লগে টেলিগ্ৰাফত স্পন্দন উঠিল—"আৰু আগুৱাই আহিছে; আৰু ওচৰ।" প্ৰেছৰ ফোনত খট্ খট্ কৈ শব্দধ্বনি বাজি উঠিল। প্ৰেছৰ কম্পোজিটৰসকলে লেডেৰা হাতেৰে পট্ পট্ কৈ আখৰ বহুৱাই গ'ল। এইবাৰ জনতাৰ মাজতো আতঙ্কৰ ভাব জাগিল। 'আৰু ওচৰ' শব্দ দুটাই গাঁও-ভূই, নগৰ-চহৰ সকলোতে ভীতিৰ ভাব বোৱাই দিলে।

হাট-বজাৰত ইজনে সিজনক কলে—"হেই, শুনিছ—এটি নতুন

তৰা আমাৰ ওচৰ চাপিছে।" সিজনে উত্তৰ দিছে—"এৰা, শুনিছোঁ। আহিব দে। একেলগে মৰিব পাৰিম।" তাৰ কথাত বাধা দি আন এজনে কৈছে—"ধেৎ, কিয় মৰিম ঐ। ইমান সুন্দৰ পৃথিৱী!! কত যে উপভোগ বাকী!!"—"উপভোগ? এৰা উপভোগ! ঋণং কৃত্বা ঘৃতং পিবেৎ···মই আজি প্ৰেয়সীক আৰু এটা···" কথাৰ অন্ত নাই। নাচঘৰত নাচনীৰ মুখতো "আৰু ওচৰ" শব্দ দুটাৰ প্ৰতিধ্বনি।

"আঃ দাৰ্লিং! এটা চন্দ্ৰ—নতুন চন্দ্ৰ—লাইক ইউ—বিউটিফুল! আৰু ওচৰ চাপি আহিছে। আহিব দিয়া—কি মজা নহয়নে? লেট আচ ড্ৰিঙ্ক এণ্ড্ বি মেৰী···।" এইদৰেই দিনটো পাৰ হ'ল।

সিদিনা ৰাতি তৰাটি আৰু উজ্জ্বল হৈ উঠিল। আকাশৰ অযুত তৰাৰ মাজত এটা নতুন তৰা। আমাৰ নিচেই কাষত। তৰাৰ পোঁহৰত আমাৰ জোন যেন ম্ৰিয়মান। ম্লান। পাণ্ডুৰ প্ৰেতমূৰ্তি। দক্ষিণ আফ্ৰিকাৰ এখন চহৰত এজন ধনীৰ ঘৰত বিয়া। দৰা-কইনা অহা পদূলিত পোহৰৰ মেলা। বিজুলীৰ ৰঙীন খেলা। কিন্তু সেই পোহৰকো নিস্তেজ কৰি দিছে নতুন তৰাৰ পোহৰে! এচাম আলহীয়ে মালিকক সন্তুষ্ট কৰিবলৈ কোৱা-কুই কৰিছে—"কৰ্তাৰ বিয়াত আকাশেও পোহৰ সিঁচিছে।"···এহাল নিগ্ৰো প্ৰেমিক-প্ৰেমিকাই বনৰীয়া প্ৰাণীৰ হিংস্ৰ আক্ৰমণ আওকাণ কৰি ৰতি-বিহাৰত মত্ত হৈছিল। ওঠত ওঠ থৈ সেই নবাগত নক্ষত্ৰৰ পোহৰ উপভোগ কৰিছিল। যেন সিহঁতৰ প্ৰেমমত্ত সৰগৰ পোহৰ-সুধা বৰ্ষিত হৈছে! "আঃ, কিমান পোহৰ! কিমান মিঠা, নহয়নে প্ৰেয়সী?" "এৰা, তোমাৰ মৰমৰ সমান।"—বুলি প্ৰেয়সীয়ে প্ৰিয়তমৰ বহল বুকুত হাত বুলাই উত্তৰ দিছে।

ইপিনে এচাম বিজ্ঞানীৰ গাত তত নাই। পাতৰ পিছত পাত খৰছ্ কৰি অঙ্ক কৰিছে। নিদ্ৰাহৰণ ঔষধ খাই দিনে-ৰাতি হিচাপ কৰিছে—কেতিয়ানো তৰাটো আহি পৃথিৱীক খুন্দিয়ায়। দিনৰ

দিনটো কলেজ বা বিশ্ববিদ্যালয়ত ছাত্ৰৰ আগত বক্তৃতা দিছে আৰু বাতি ঔষধ এপালি খাই অঙ্ক কৰিছে। আজি আৰু নাই। সকলো শেষ। অঙ্কৰ উত্তৰ ওলাই গৈছে। জনৈক অধ্যাপক গুৰুগম্ভীৰ হৈ পৰিছে। অলপ উঠি গৈ সমুখৰ খিৰিকীখন খুলি দিলে। এবাটি শীতল বতাহ অধ্যাপকৰ গালে-মুখে বৈ গ'ল। ঠিক যেন পাতল-কোমল বতাহজাককেই তেওঁ বিচাৰিছিল। অলপ শান্তি পোৱা যেন পালে। তাৰ পিছত সতৃষ্ণ নয়নে চাই ৰ'ল সেই নতুন তৰাটি। বিৰ্ বিৰ্কৈ কৈ গ'ল—"হে মৃত্যু-কুহক, ক'ৰপৰা আহিলা তুমি? কিয় তুমি আমাৰ পৃথিবীৰ প্ৰেমত পৰিলা? তুমি জানো সঁচাকৈয়ে প্ৰলয়ৰ কাৰণ?...নাই, নাই, তুমি প্ৰলয়-হুঙ্কাৰ নহয়। তুমি পোহৰ—পোহৰৰ থুপ। সমস্ত ব্ৰহ্মাণ্ড মই মোৰ হিচাপত ধৰিছোঁ। তোমাকো ধৰিছোঁ। তুমি পৃথিবীক চুম্বন কৰিবাই...।" তাৰ পিছত ঔষধৰ বটলটোৰ পিনে চাই ক'লে—"নাই, তোমাৰো আৰু প্ৰয়োজন নাই। গুৰৰ প্ৰয়োজন আৰু নহব। আমি সকলোৱে শুম—অনন্ত কাললৈ শুম।......"

পিছদিনা অধ্যাপক শ্ৰেণীত সোমাই গ'ল আগৰ দৰেই। নিয়মিত অভ্যাসমতে মেজত টুপীটো থলে। এটুকুৰ চকমাটি হাতত তুলি ল'লে। চকমাটি নহলে অধ্যাপকে পঢ়াব নোৱাৰে। তেওঁ কোৱা কথা সকলো লিখি যায়। এইবাবেই সকলো ছাত্ৰই তেওঁক বৰ ভাল পায়। যি কোনো অঙ্ক বুজোতে টান নাপায়। কিন্তু সিদিনা অধ্যাপকে অঙ্কৰ ঠাইত কেৱল লিখি দিলে—"এটা নবাগত নক্ষত্ৰ। এক সংঘৰ্ষ। এটা এক্সিডেন্ট। মই আৰু তোমালোকৰ পাঠ শেষ কৰিব নোৱাৰিম।" তাৰ পিছত তেওঁ আৰম্ভ কৰিলে বক্তৃতা—"তোমালোক ডেকা-ল'ৰা-ছোৱালী, চকুত ৰঙীন স্বপ্ন। আশাৰ মায়াজাল। একো নাথাকিলেও তোমালোকৰ স্বপ্ন থাকে চিনাকি। কিন্তু, মাই ডিয়েৰ ইয়ং ফ্ৰেণ্ডচ, লাইফ্ ইজ মিনিংলেচ। আমাৰ মানৱ-জীৱন কচু পাতৰ

পানীৰ দৰে।...” অধ্যাপকৰ বক্তৃতাত সকলো ছাত্র বিস্মিত হৈ পৰিল। অঙ্কৰ অধ্যাপক, মুখত দৰ্শনৰ বাণী—জীৱন-দৰ্শন। বলিয়া হোৱা নাইতো? কোনো কোনো ছাত্রই ফুচফুচাই ক'লে—অঙ্কৰ অধ্যাপক প্রায়েই এব্‌চেন্ট মাইণ্ডেড। ছাত্রৰ ফুচফুচনি আওকাণ কৰি অধ্যাপকে পুনৰ ক'লে—“তোমালোকে বিশ্বাস কৰিব পৰা নাই যেন লাগিছে। শুনা, আমাৰ অঙ্কই কৈছে—জীৱন বৃথা। যোৱা ৰাতি মই উত্তৰ পাইছোঁ। সেই যে আকাশত তৰাটো আহিছে—উজ্জ্বল তৰাটো—সিয়েই আমাৰ সৰ্বনাশ আনিব লাগিছে।” এইবাৰ সকলো ছাত্র গহীন হ'ল। অধ্যাপকৰ কথাৰ সাৰমৰ্ম বুজি পালে। গুৰুগম্ভীৰ ভাবে অধ্যাপক শ্রেণীৰপৰা ওলাই গ'ল।

সিদিনা ৰাতি তৰাটো অলপ পলমকৈ উঠিল। কিন্তু উঠাৰ লগে লগে সমগ্র আকাশ স্বচ্ছ নীলা হৈ গ'ল তাৰ জ্যোতিৰে। আকাশৰ প্রায়বোৰ তৰাই তাৰ পোহৰত অদৃশ্য হৈ গ'ল। পৃথিবীৰ সকলো মানুহে আকাশৰ বুকুত এখন বহল থালৰ দৰে পোহৰ-পিণ্ড এটি দেখা পালে। আন দিনাতকৈ আৰু বেছি ডাঙৰ দেখাইছে। কিবা যেন অদ্ভুত সুন্দৰ!! শীতাৰ্ত দেশৰ মানুহে দেখিলে—তৰাটিৰ চৌপাশে ধবল ধবল বলয়। অহৰ দেশৰ মানুহে দেখিলে—পূৰ্ণিমাৰ জোনৰ দৰে বহল হৈ তৰাটো জিলিকি থকা। সেইবোৰ দেশৰ মাটি-পানী-আকাশ নতুন তৰাৰ মধুৰ নীলাভ আভাত স্বপ্নিল হৈ উঠিল। আলি-পদূলিৰ বিজুলী বাতি নিষ্প্রভ হৈ গ'ল। সেই ৰাতি পৃথিবীৰ খুব কম মানুহেহে শুলে। যেন সমগ্র পৃথিবীতে সাৰ্বজনীন দীপান্বিতা। দেৱালীৰ উলাহ। প্রতিটো জনপথ-পাদপথ জনতাৰে পূৰ্ণ। মানুমন্দিৰৰ কাষত ঘনিল জুম। আৰু লাখ লাখ মৌ-মাখি উৰাৰ দৰে মৃদু গুঞ্জন। কিচ-কিচ, বু-বু-বা-বা।· শহৰৰ গীৰ্জাত ঘণ্টাধ্বনি বাজিছে অবিৰাম গতিত। যেন জনতাক সকিয়াই দিছে—শেষ মুহূৰ্ত সমাকীৰ্ণ। আৰু যেন পাপ নকৰা। আৰু যেন উদণ্ড নোহোৱা।

সকলোৱে সমস্বৰে ভগবানক মাতা।...কি আচৰিত! নিশাৰ পৰে পৰে তৰাটোও ডাঙৰ হৈ গৈছে আৰু উজ্জল হৈ গৈছে। আৰু যেন পৃথিবীৰ ওচৰ চাপিছে।

ইতিমধ্যে গণিতবিদ বিজ্ঞানীৰ অঙ্কৰ উত্তৰ তাঁৰ-বেতাৰৰ জৰীয়তে পৃথিবীৰ সকলোৱে জানিব পাৰিছে। সকলোৱে জানিলে—'এই নতুন তৰা আৰু নেপচুন অগ্নি-আলিঙ্গনত আবদ্ধ হৈ তীব্ৰ গতিত আমাৰ সূৰ্য্যটোৰ পিনে ধাবিত হৈছে। প্ৰতি মুহূৰ্তে এশ মাইল অতিক্ৰম কৰিছে এই অগ্নিপিণ্ড। অৱশ্যে এতিয়াও ই পৃথিবীৰ পৰা দহকোটি মাইল দূৰত আছে। কিন্তু তাৰ একেবাৰে ওচৰতে আছে বৃহস্পতি। বৃহস্পতি আৰু তাৰ উপগ্ৰহ এটাৰ সূৰ্য্য পৰিক্ৰমাৰ কেন্দ্ৰ এই পথৰ মাজত। লেয়ে মুহূৰ্ত্তে মুহূৰ্ত্তে বৃহস্পতিৰ মতে তৰাটিৰ আকৰ্ষণ তীব্ৰতৰ হৈ গৈছে। এই আকৰ্ষণৰ ফল বৰ ভয়াবহ। কাৰণ, এটা সময়ত হঠাতে বৃহস্পতি তাৰ নিজৰ পথ এৰি বিচ্যুত হৈ পৰিব আৰু, তেতিয়া এই নতুন তৰাটি সূৰ্য্যৰ পিনে যোৱা পথত হালি পৰিব অৰ্দ্ধবৃত্ত পথেৰে। সেই বেঁকা পথ অনুসৰণ কৰিলেই সকলো শেষ। তৰাটো আহি পৃথিৱীক খুন্দা মাৰিব। আৰু যদি খুন্দা নামাৰেও, ই পৃথিবীৰ ইমান ওচৰেৰে যাব যে আমাৰ পৃথিৱী কঁপি উঠিব। অগ্নিবৃষ্টি হব। আগ্নেয়গিৰি জাগ্ৰত হব। আকাশত দুৰন্ত বতাহ বলিব। সাগৰত উঠিব উত্তাল তৰঙ্গ। বিশাল জলধিৰে ভৰি পৰিব পৃথিবীৰ ভূভাগ। আৰু আমি—আমি সকলো জীৱ-জন্তু—চৰ-অচৰ অগ্নি-উত্তাপত দেই পুৰি ছাই হৈ যাম—জলধিত উঠি গৈ সকলো নিঃশেষ হম!" এয়া বিজ্ঞানীৰ সাৱধান বাণী। এই বাণী জনাৰ পিছত কোন সাহসত মানুহে ধৈৰ্য্য ধৰিব বাৰু?

আৰু বিজ্ঞানীৰ সাৱধান-বাণী বাৰে বাৰে মনত আহিছে তৰাটো অনুক্ৰমে উজ্জল হৈ অহা বাবে। ঠিক যেন আসন্ন সৰ্বনাশৰ নিষ্ঠুৰ ভ্ৰুকুটি। ছুপৰ নিশাতো চহৰ-বন্দৰ-গাঁও-ভুইৰ পথত মানুহ—কেৱল

মানুহ—ভয়ার্ত মানুহৰ অবিৰাম কাৰ্কলি। সমগ্ৰ জনতাৰ চকু উত্তৰ আকাশৰ সেই পোহৰ-পিণ্ডত। নিস্পন্দ নেত্ৰ। বুকুত ঘন ঘন স্পন্দন। প্ৰলয়ৰ আশঙ্কাৰে অস্থিৰ হৈ পৰা জনতাৰ ঘন নিশ্বাসত বায়ুমণ্ডল উত্তপ্ত হৈ পৰা অৱস্থা। মধ্য ইউৰোপ, ফ্ৰান্স আৰু ইংলণ্ডত তৰাৰ পোহৰৰ তাপত বৰফ গলিবলৈ ধৰিলে।

কিন্তু তথাপি আমি মানুহবোৰ অভ্যাসৰ দাস। ৰাতি পুওৱাৰ লগে লগে কৰ্তব্যৰ খাতিৰত এচাম লোক নিজৰ কামত লাগিল। দোকানীয়ে দোকান খুলিলে, বজাৰত পোহাৰ বহিল, ফেক্টৰীত যন্ত্ৰ চলিল, ডাক্তৰে ৰোগী চালে, স্কুল-কলেজত ছাত্ৰ-অধ্যাপক আহিল। প্ৰেমিক-প্ৰেমিকাই আনৰ অন্যমনস্কতাৰ সুযোগ লৈ নিবিড়তাৰে কথা পাতিলে। কিন্তু সকলোতে তৰাৰ কথা। অফিচত মেজত ভুকুৱাই বহুতেই বেট মাৰিলে—তৰাক লৈ। ৰেষ্টোৰাত—বাৰত তৰাৰ ওপৰত বহুত কথা-কটাকটি হ'ল। স্কুল কলেজৰ শ্ৰেণীতো প্ৰায়বোৰ শিক্ষক-অধ্যাপকে তৰাৰ বিষয়ে ৰচনা ক'লে। তাৰ মাজতে এদল পাদ্ৰীয়ে এটা বুধি পাঙিলে। তেওঁলোক মানুহৰ মনৰ ভয় আংশিক ভাবে দূৰ কৰিবলৈ কিছুমান গল্প ক'লে। এনেকি বাতৰি-কাকতো সেই গল্পৰ টিপ্পনি ছপোৱাৰ দিহা কৰিলে। তেওঁলোকে ক'লে যে এহেজাৰ খৃষ্টাব্দতো এনেকুৱা এটা প্ৰলয়ৰ আশঙ্কা কৰা হৈছিল। কিন্তু হ'ল ক'ত? তেওঁলোকে নতুন তৰাটিক ধূমকেতু বুলি ঘোষণা কৰিলে। পাদ্ৰীৰ ঘোষণাই একেবাৰে কাম নকৰা নহয়। এদল জনতাই সেই মত পটকৈ সমৰ্থন কৰিলে। সেয়ে সিদিনা ৰাতি আলি-পদূলিত মানুহৰ জুম বহুত কমিল। ৰাতিটো টোপনি নাহিলেও এচাম মানুহ বিছনাতে বাগৰি থাকিল।

সিদিনাও ৰাতি বহুত পলমকৈ তৰাটি ভুটিল। কিন্তু আজি যেন তৰাটো আগদিনাতকৈ অলপ সৰু। উজ্জ্বলতাত অলপ কমা যেন লাগিল। পাদ্ৰীক সমৰ্থন কৰা দলে আৰু এক পইণ্ট পালে।

বিজ্ঞানীৰ ভৱিষ্যৎবাণী মিছা যেন ভাব হ'ল। বিপদ কাটি যোৱাৰ ভাবত জনতাই মনে মনে স্বস্তিৰ নিশ্বাস পেলালে।...কিন্তু ..কিন্তু অলপ পিছতেই তৰাটো ডাঙৰ হৈ আহিল। অনুক্ৰমে আৰু ডাঙৰ হ'ল। প্ৰতি ঘণ্টাত অলপ অলপকৈ বাঢ়িবলৈ ধৰিলে। ৰাতিৰ এন্ধাৰ ক'ৰবাত লুকাল। দিনতকৈ বেছি পোহৰ হ'ল। সমগ্ৰ পৃথিৱী যেন নতুন 'সূৰ্য্য'ৰ পোহৰেৰে উদ্ভাসিত হৈ পৰিল। তৰাটো যদি ঠিক পৃথিৱী পোনাই আহিলহেঁতেন, তেনেহলে বৃহস্পতিৰ কবলত হয়তো নপৰিলহেঁতেন। তেতিয়া হলে ই নিজৰ গতিপথৰ পৰা বিচ্যুত হৈ বেঁকা পথ অনুসৰণ কৰাৰ সম্ভাৱনাও নাছিল। এই হিচাপত তৰাটো আহি পৃথিৱীৰ নিচেই কাষ পাবলৈ এদিনতকৈ বেছি লগাৰ কথা নহয়। কিন্তু আজিৰ অৱস্থা পাওঁতে তৰাটোৱে ললে পাঁচদিন। তাৰ মানে ?...বিজ্ঞানীও বিব্ৰত হৈ পৰিল।

পিছদিনা ৰাতি ইংলণ্ডৰ আকাশত তৰাটো উঠিল পূৰ্ণচন্দ্ৰৰ তিনিভাগৰ এভাগ হৈ। পৃথিৱীৰ কাষত ইমান উজ্জ্বল তৰা আগতে দেখা কাৰো মনত নাই। তৰাৰ পোহৰে প্ৰচণ্ড উত্তাপ আনিলে। ইংলণ্ডৰ সকলো বৰফৰ থুপ গলি গলি পানী হ'ল। আমেৰিকাতো একে অৱস্থা। আমেৰিকাৰ পৰা তৰাটো পূৰ্ণচন্দ্ৰৰ দৰেই দেখা গ'ল। চকু চাট মাৰি ধৰা পোহৰ। উৎকট উত্তাপ। আৰম্ভ হ'ল উত্তপ্ত বতাহ। ভাৰ্জিনিয়া, ব্ৰাজিল আৰু চেণ্ট লৰেন্সৰ উপত্যকাত দুৰ্বাৰ বজ্ৰমেঘ জমিল। ঘনে ঘনে চকিত বিজুলী। বজ্ৰ নিনাদ। ধুমুহা—বিজুলী। আকাশত যেন হেজাৰ দৈত্যৰ আবাৰ। মানুহৰ মনত সঁচাসচি আতঙ্কৰ সৃষ্টি হ'ল। প্ৰলয়ৰ নিশ্চিত ধাৰণাৰে বাউল হৈ পৰিল এই কেইটা উপত্যকাৰ মূঢ় জনতা। আনহাতে মেনিটবাৰ্ত্তৈ গ'ল প্ৰবল বন্যা। সমস্ত বৰফ গলি বান নামিল। চাওঁতে চাওঁতে পৃথিৱীৰ প্ৰায়বোৰ নদী-নলা পঙ্কিল পানীৰে উপচি পৰিল। দুৰ দুৰকৈ পানীৰ সোঁত নামিল—যেন শাওণৰ দুকুল ওপচাই পেলোৱা

বানৰ চৌহে। আৰম্ভ হ'ল ধ্বংস লীলা। পানীৰ প্ৰবল স্ৰোতত বৰ বৰ গছবোৰ ধলি পৰিল। গৰু-ম'হ-হাঁহ-কুকুৰা—নিঃসহায় মানুহৰ শ পানীত উঠি গ'ল। পানী বাঢ়িছে—ফুলিছে। জোৱাৰৰ পানীৰ দৰে পৃথিবীৰ জলধি ওকন্দি পৰিছে তৰাৰ আকৰ্ষণত। ভয়াৰ্ত জনতা উঠুলি মুথুলি হৈ দৌৰ দিছে ওখ উপত্যকালৈ। আশ্ৰয়ৰ লালসা। আগত জনতাৰ লানি, পিছত স্ৰোতমতী পানী। অলিম্পিকত হোৱা দৌৰ প্ৰতিযোগিতাৰ দৰে পানী আৰু মানুহৰ শাৰী কেৱল দৌৰিছে। আঃ, কি যে বীভৎস দৃশ্য। ক্লান্ত নৰ থপ থপ কৈ পৰি গৈছে। পানীৰ চৌৱে তাক উটুৱাই নিছে। জীৱনৰ মায়াত অকণমান যুঁজি পানীতেই শৰণ লৈছে হেজাৰ-বিজাৰ নৰ-মনিষ। ইতৰ জন্তুৰ কথাই নাই।......

আৰ্জেণ্টিনাৰ উপকূলত আটলাণ্টিকৰ তাণ্ডৱ-নৃত্য। আটলাণ্টিকৰ উত্তৰ অঞ্চল অভূতপূৰ্বভাৱে ফুলি উঠিছে। উপকূলৰ শ-শ মাইল জুৰি কেৱল পানী। ডুবি গ'ল বহুত নগৰ। গোটেই ৰাতি এইদৰেই গ'ল। তৰাৰ উত্তাপ ইমান বেছি হ'ল যে সূৰ্য্য উঠাৰ পিছত সূৰ্য্যটোক ছায়াৰ উদয় যেন লাগিল। পুৱাৰ পৰা আৰম্ভ হ'ল ধৰিত্ৰীৰ আস্ফালন। গুৰু গুৰু গৰ্জন। গভীৰ কম্পন। পৃথিৱী গৰ্ভত যেন হেজাৰ বোমাৰ বিস্ফোৰণহে ঘটিছে। উত্তৰ মেৰুবৃত্তৰ পৰা হৰ্ণ উপদ্বীপলৈ সকলো পাহাৰ পটপটকৈ থহি পৰিল। মাটি বহি হৈছে গহ্বৰ। গহ্বৰত উৰিছে ধূলিৰ ধূলিয়ৰি। কোটাপাক্সি পাহাৰৰ এটা অংশ একেটা গৰ্জনতে থহি গ'ল। এটা জ্বালামুখী দেৱালীত ফুটোৱা ফুলজাৰিৰ দৰে জীৱন্ত হৈ পৰিল। তপত লাভাৰ সোঁত সাগৰ পৰ্যন্ত বিয়পি পৰিল।

তেতিয়াও তৰাৰ গতি তীব্ৰ। ক্ৰমে ই আগুৱাই গৈছে প্ৰশান্ত মহাসাগৰৰ ওপৰেদি। যিপিনেই গৈছে, আৰম্ভ হৈছে তাত প্ৰবল ঘূৰ্ণীবতাহ। তাৰ পিছে পিছে সমুদ্ৰবন্যা, উত্তাল তৰঙ্গ। দ্বীপ-

উপদ্বীপ উপচি পৰিছে পঙ্কিল জলধিৰে। পানীত ভাহিছে হেজাৰ প্ৰাণীৰ মৰাশ। মৰাশত খামুচি ওপঙি উঠিছে সাগৰৰ জীৱ। সকলো মৃত। ভক্ষ-ভক্ষক সকলো একেলগে মৰিছে। প্ৰচণ্ড উত্তাপ আৰু চকু-কণা-কৰা উজ্জ্বল সেই তৰঙ্গ। ঠায়ে ঠায়ে পঞ্চাশ ফুট ওখ দেৱালকো ই খহাই নিছে চকু-পচাৰতে। যেন এখন উচ্চ প্ৰাচীৰ দ্ৰুত গতিত ধাবিত হৈছে। কি সাধ্য জীৱৰ বাধা দিবৰ তাক। চাওতে চাওতে সেই স্ৰোতমতী পানীৰ ধাৰা এচিয়াৰ সুদীৰ্ঘ উপকূলত বিয়পি পৰিল। চীনৰ উপত্যকাও উটি গ'ল সেই বন্যা ঢৌত। তথাপি তৰাটোৰ গতি বন্ধ হোৱা নাই। আৰু ওচৰ চাপি আহি আছে। সূৰ্য্যতকৈও বহুত বেছি গুণে উজ্জ্বল হৈ পৰিছে নবাগত নক্ষত্ৰ। তাৰ উত্তাপত হেজাৰ জনতা শিথিল হৈ পৰিছে। চহৰৰ পিছত চহৰ—গাওঁৰ পিছত গাওঁ, পেগোডা—পথ, গছ-গছনি, খেতিপথাৰ, জাক-জাক গৰু-ম'হ, হাঁহ-কুকুৰা—সকলো শিথিল—সকলোৰে নিৰুদ্ধ নিঃশ্বাস। নিঃসহায় জনতাৰ কৰুণ কাকলি—উশৃঙ্খল পলায়ন। প্ৰাণৰ মমতাত কেৱল বিচাৰিছে অকণি আশ্ৰয়। কিন্তু ক'ত সেই পৰম আশ্ৰয়! ওপৰত উতলা তৰঙ্গ—তাপ আৰু পোহৰৰ নামনিত উন্মত্ত লহৰ। মৃত্যু—কৰুণ মৃত্যু—মৃত্যু বিনে নাই কোনো গতি।...

সমগ্ৰ চীনদেশ নতুন তৰাৰ শুভ্ৰ পোহৰেৰে উজলি উঠিল। কিন্তু জাপান, জাভা আৰু পূৱ-এচিয়াৰ দ্বীপৰ ওপৰত সেই পোহৰৰ আভা ঈষৎ ৰঙা যেন হ'ল। কাৰণটো কি জানেনে? সেইবোৰ দেশ হ'ল আগ্নেয়গিৰিৰে ভৰা। জ্বালামুখীৰ পৰা ওলাই অহা গলিত লাভাৰে আকাশ মুখৰ হ'ল। জাপানৰ আকাশত উৰিল ধোঁৱা আৰু ছাঁই। আকাশত ভগত লাভা—ছাঁই আৰু এণ্ডাৰ, কলত পানীৰ লহৰ। গুম গুম গাজনি। ছুক ছুক কম্পন। পৃথিৱী কঁপিছে—দুলিছে। মানুহৰ মনত বাৰু কিমান সংশয়!! সীমা নাই।...।

ইপিনে হিমালয় আৰু তিব্বতত হেজাৰ বছৰ ধৰি নিভৃত কোণত জমি থকা বৰফো গলিবলৈ ধৰিলে। লাখ লাখ নিজৰা নিমিষতে নদী হৈ পৰিল। আৰু অলপ পিছত সকলো পানীৰ ধাৰা একেলগে বৈ পৰিল। ভাৰতবৰ্ষৰ পুণ্যভূমিৰ পিনে ধাবিত হ'ল সেই পানীৰ প্লাবন। হিমালয়ৰ উচ্চশিখৰত দপ্ দপ্কৈ জ্বলি উঠিল বহ্নিশিখা। আকাশ উত্তপ্ত হৈ পৰিল। পৰ্বতৰ গভীৰ গহ্বৰত, গহীন গহনত নিৰ্বিঘ্নে আশ্ৰয় লৈ থকা দৈত্যাকৃতিৰ প্ৰাণীও ৰক্ষা নপৰিল। গঙ্গা-সিন্ধু-কাবেৰীৰ জলধি শত-সহস্ৰ মৃত-দেহেৰে উপচি পৰিল। সাগৰ সঙ্গমত দম হ'ল মৰা প্ৰাণীৰ ঝাকা।···

তৰাটি আৰু ডাঙৰ হ'ল। আৰু বেছি হ'ল তাৰ উজ্জ্বলতা। তাপ উত্তাপো বাঢ়িল। সাগৰৰ পানী ভাপ হৈ উৰিবলৈ ধৰিলে। সাগৰত থকা জাহাজত জুই জ্বলিল। কিন্তু অলপ পিছতেই এক প্ৰহেলিকা ঘটিল। ইউৰোপত যি সকলে অধীৰ অস্থিৰতাৰে তৰাটো আশা কৰি আছিল, তেওঁলোকে ভাবিবলৈ বাধ্য হ'ল—পৃথিবীৰ আবৰ্তন যেন স্তব্ধ হৈ গৈছে। ইতিমধ্যে নিজৰ ঘৰ-বাৰী এৰি যিসকলে উচ্চ উপত্যকাত আশ্ৰয় লৈছিল, তেওঁলোক তৰাৰ উদয় অপেক্ষা কৰি জাগৰি পৰিল। নাই—তৰাটো আৰু মুঠিল। ইউৰোপৰ আকাশলৈ নবাগত নক্ষত্ৰ নাহিল। গধূলি আগৰ দৰেই আকাশত ফুটি উঠিল প্ৰাচীন তাৰকাৰ শোভা। সিদিনা ইংলেণ্ডৰ আকাশতো নতুন তৰাটো মুঠিল। ইংলেণ্ডৰ মাটি কঁপি থাকিল যদিও আকাশ মুকলি হ'ল। নীলিম আকাশত চিনাকি তৰাৰ ভিৰ আকৌ হ'ল। মানুহৰ মনত স্বস্তিৰ ভাব বিৰিঙি উঠিল। প্ৰলয়ৰ অন্তত শান্ত সমাহিত ৰূপ পৃথিবীৰ চাৰিওপিনে প্ৰকাশ পালে।

শেষ নিশা—পূৰৱী তৰাৰ লগত সেই তৰাটো কিন্তু পুনৰ উঠিল। আজি পিছে তাৰ সেই তেজোদীপ্ত পোহৰ নাই। আকাৰতো সৰু। তৰাটোৰ মাজত এটা কলা বৃত্ত। প্ৰায় লগে লগেই সূৰ্য্যও উঠিল।

অনুক্রমে তৰাটো ওচিয়াৰ আকাশৰ পৰা পিছুৱাই গ'ল। ভাৰতবৰ্ষৰ ওপৰতো তাৰ পোহৰ একেবাৰে নিষ্প্ৰভ হৈ পৰিল। গাড়ি বি সিন্ধু আৰু গঙ্গা উপত্যকা জলমগ্ন হৈ প্ৰখৰ উত্তাপত জ্বলি মৰিছিল, সেই উপত্যকা পুনৰাৰ লগে লগে শীতল হৈ পৰিল। আৰম্ভ হ'ল শীতল-মধুৰ বতাহ। আকাশত জমা হ'ল ক'লা ক'লা মেঘ। ঘনিল মেঘৰ ছায়াত সূৰ্য্যটো ম্লান হৈ পৰিল। ভাৰতবৰ্ষৰ প্ৰতিজন মানুহে নতুন নক্ষত্ৰৰ মাজত ক'লা চক্ৰ দেখা পালে। নিস্তেজ হৈ গ'ল সেই তৰা। ভাৰতভূমিৰ ভগৱান-বৎসল জনতাই সমস্বৰে ঈশগীত গালে।

ইউৰোপৰ জনতাই এইবাৰ সূৰ্য্যৰ সতে পূব আকাশত সেই তৰাটোও দেখা পালে। আকাশত সূৰ্য্য আৰু সেই তৰাৰ দৌৰ চলিল অলপ সময়। যেন দুই তৰাৰ মাজত টাগ-অব-ৱাৰ চলিছে। তাৰ পিছত—অলপ সময় পিছতে তৰাৰ গতি মন্থৰ হৈ পৰিল। আকাশত—ঠিক মূৰৰ ওপৰত দেখা গ'ল দুটি মণ্ডল। ইটোৰ জ্যোতি সিটোৰ লগত মিলি গৈছে। প্ৰলয়ৰ অন্তত যিবোৰ মানুহ বাচি আছিল, তেওঁলোকে তৰাৰ এই অন্তিমৰ ৰূপ উপভোগ কৰিলে। অকে কেইঘণ্টামান পিছত সেই নবাগত নক্ষত্ৰৰ অৱশেষ মণ্ডল দুটিও অনন্ত আকাশৰ বুকুত সোমাই পৰিল। হয়তো এইবাৰ তাৰ অবিৰত যাত্ৰা আৰম্ভ হৈছে সূৰ্য্যৰ সিপাৰে—কোনো এক নতুন সৌৰজগতৰ পিনে।

ইপিনে পৃথিৱীত আৰম্ভ হ'ল ধাৰাসাৰ বৃষ্টি। এনেকুৱা বৰষুণ আৰু কোনো দিনেই হোৱা নাই। জ্বলি থকা আগ্নেয়গিৰি নুমাই গ'ল। আকাশৰ উত্তাপ নাইকিয়া হ'ল। পৃথিৱীত পেক-আৰু পানীৰ প্লাবন হ'ল। ধ্বংসলীলা ধুই নিকা কৰিবলৈকেই* যেন আয়োজন হ'ল এই বৃষ্টিধাৰা। সাগৰত ভাটা নামিল। পৃথিৱীৰ পানী বৈ গ'ল সাগৰ উদ্দেশি। এইদৰেই কেবাদিনো কাটি গ'ল। তৰাৰ পোহৰৰ পিছত হঠাতে যেন পৃথিৱীত আন্ধাৰ নামিল!! ঠিক

যেন আৰু এক নতুন সৃষ্টি আৰম্ভ হ'ল পৃথিবীৰ বুকুত। এবা, আৰম্ভ হ'ল নতুন সভ্যতা—নতুন পুৰুষৰ নতুন জীৱন।

টীকা—সৌৰজগতৰ এই বিচিত্ৰ ঘটনা আমাৰে নিকটবৰ্তী গ্ৰহ এটিৰ জ্যোতিৰ্বিদসকলে বিপুল উৎসুকতাৰে পৰ্যবেক্ষণ কৰিছিল। তেওঁলোকে অৱশ্যে ঘটনাটো লক্ষ্য কৰিছিল তেওঁলোকৰ নিজস্ব কৌশলেৰে। তেওঁলোকৰ ৰেকৰ্ড এটাত পাইছিলোঁ এইদৰে—"আমাৰ সৌৰজগতৰ মাজেৰে এবাৰ এটা বিৰাট নক্ষত্ৰ সূৰ্য্যৰ পিনে আগুৱাই আহিছিল। তাৰ আয়তন আৰু উত্তাপ আছিল বিপুল। সেই নক্ষত্ৰটো পৃথিবীৰ একেবাৰে কাষেৰে গৈছিল। অৱশ্যে সংঘৰ্ষ নহ'ল। আচৰিত কথা যে তথাপি পৃথিবীৰ ক্ষতি হৈছিল একেবাৰে সামান্য। আমাৰ মানচিত্ৰ মতে সেইবাৰ পৃথিবীৰ ভূভাগৰ কোনো পৰিবৰ্তন নহ'ল। জলভাগও আগৰ দৰেই থাকি গ'ল। পৰিবৰ্তনৰ ভিতৰত (আমাৰ ইয়াৰপৰা দেখা মতে)—দুই মেৰু অঞ্চলৰ ৰঙ সললি। মেৰুৰ শুভ্ৰ ৰঙ অলপ শেঁতা পৰা যেন লাগিছে।"

এতিয়া মই কৈ থওঁ—এনেকুৱা এটা সংঘৰ্ষ এদিন আহিব। আহিবই। যদি হঠাতে, ধৰক, আৰু কিছুদিন পিছতেই আহি যায় তেনেকুৱা এটা নবাগত নক্ষত্ৰ, আপুনি কি কৰিব বাৰু?



# মায়াবী দোকান

এখন দোকানৰ কথা।

দোকানখন সাধাৰণ দোকানৰ দৰে নহয়। কোনোৱে কয় বোলে মায়াৰ দোকান। কোনোৱে মেজিকৰ দোকান। দোকানখনৰ কাষেৰে গৈছোঁও বহুতবাৰ। পাণবজাৰৰ মাজত থকা দোকানখনৰ কাষেৰে নগ'লে কেনেকৈ হয় বাক! কিন্তু কাৰ সেই দোকান, কিনো তাত পোৱা যায়, মই মন কৰা নাই। আজিৰ এই 'ব্যস্ততা'ৰ যুগত কোনে কিহৰ খবৰ ৰাখে? প্ৰয়োজন হ'লেহে ওচৰ চাপোঁ। স্বাৰ্থহীন কথাত আমাৰ মূৰ ঘমোৱাৰ সময় নাই। আপুনি কি কয়? আপোনাৰ কথা ক'ব নোৱাৰোঁ—মোৰ হ'লে (মোৰ মানে বহুবচনত দেই) এনেকুৱা স্বভাৱ।...তথাপি আহোঁতে-যাওঁতে দোকানখন নজৰত পৰিছে বহুতবাৰ। পৰিবৰ কথাও। চাৰিওপিনে আইনাৰ বেৰ। বেৰৰ আঁৰত নানা ধৰণৰ পুতলা (?) যেন কিবাকিবি সজোৱা। বঙো বহুত। *মানুহে কোৱা শুনিছোঁ—সেইবোৰ হেনো মায়াৰ বল, মায়াৰ পুতলা। দোকানখনত মেজিকৰ তাহ থকা বুলিও শুনিছোঁ। শিহে, এতিয়াই আপোনাক মই কব নোৱাৰোঁ সেই মেজিক-তাছেৰে

কি কৰা যায়। দেখোতে বোলে তেনেই সাধাৰণ তাছৰ দৰে। আৰু, তাত বোলে কেইটামান গম্বুজৰ দৰে চুঙা আছে। আলাউদ্দিনৰ লেম্পৰ দৰে চুঙা কেইটাৰ পৰা যি বিচৰা যায়, তাকে পোৱা যায়। মোৰ খুব ইচ্ছা—এনেকুৱা এটা চুঙা আনিবলৈহে। তেতিয়া হ'লে, ভাবিছোঁ ভেজাল যুগত নিৰ্ভেজাল খাদ্য অলপ খাব পাৰিমনেকি! আৰু যদি চুঙাটোৱে কিবা যাদু মন্ত্ৰ-তন্ত্ৰ দিব পাৰে, তেনেহলে মোক লাগে 'কু-মন্ত্ৰ'। এই কু-মন্ত্ৰৰে মই কু মাৰি হৰি-বিলাস, মধু-বিলাসহঁতক নোহোৱা কৰিবৰ মন। নহ'লে জানে—মোৰ পেটৰ বিষ, ভৰিৰ বিষ—মূৰৰ কামোৰ ক্ৰমাত বেছি হৈ গৈছে। নহ'বনে—তেলত ভেজাল, আটা-ময়দাত ভেজাল, চেনিত ভেজাল—শুনিছোঁ এতিয়া শাক-পাচলি-কণী-মাছতো ভেজাল দিব ধৰিছে। অৱশ্যে পিচৰ কেইবিধৰ ভেজাল বেছ অদ্ভুত। ঠিক মেজিকৰ দৰে। 'সঞ্জিৱণীজল' চটিয়াই শাক-পাচলি দেখাত সেউজবুলীয়া কৰি থয়। ঘৰলৈ আনক। তাত কিন্তু 'তাজা'ৰ গুণ সমূলি নাই। শুকাই যোৱা। কণী ভাঙক —ভিতৰত বগা। কল খাওক—ভিতৰত ডোখৰ ডোখৰ! এইবোৰক জানো আপুনি ভেজাল বুলি নকয়? আমাৰ ঘৰত আমি হ'লে কওঁ। সেয়ে দোকানখনত সেই মায়াৰ চুঙা পোৱা বুলি শুনাৰে পৰা মোৰ মনটো বৰ উচ-পিচাই আছে। এনেয়ে কোনো কাৰণ নোহোৱাকৈ মন থাকিলেও সোমাব পৰা নাই। জানোচা কোনোবাই কিবা কয়! মোৰ সন্মানত (পদবীৰ সন্মান) আঘাত লগাব ভয়! (আত্মসন্মানত নহয় দেই। কাৰণ মোৰ ধাৰণা আমাৰ আত্মসন্মান সম্প্ৰতি কাৰোৱেই নাই। নহ'লে নো আমি মুখখন লোকক দি অন্তৰ্বত দেই-পুৰি মৰো নে? যি ভয়, কেৱল পোছাকৰ, পদবীৰ, চকীখনৰ। আপুনি কি কয়?)

পিছে, হঠাতে এদিন এটা কাৰণ বিচাৰি পালোঁ—ঠিক সেই দোকানখনৰ ওচৰ পাওঁতেই। লগত আছিল মোৰ উত্তৰাধিকাৰী

'পীযু'। মোৰ ল'ৰাৰ চুটি নাম পীযু। আচল নাম—আচল নামটো মই নাজানো—মাকক সুধিলেহে জানিম—নাইবা ভৱিষ্যতে বঢ়াই দিয়া নামটো পঢ়িলেহে জানিম। (আমাৰ উপৰিপুৰুষৰ পৰা চলি অহা দস্তুৰমতে মুয়ো ল'ৰাটি জন্মাৰ এমাহৰ ভিতৰত বংশৰ আগে-পিচে কৰি অহা সেইঘৰ জ্যোতিষীৰে এজনক মতাই আনি তাৰ জন্মপত্ৰিকা এখন কৰি থৈছোঁ। তাত তাৰ নাম-ধাম, আৰু ভৱিষ্যৎ জীৱনৰ দৈনিকী লিখা আছে। মই সেইখন জ্যোতিষী বাপুৰে দিয়াৰ পিচত আৰু চোৱা নাই। ভয় হয়। ভয়টো অৱশ্যে ভালৰ বাবেই দেই। পীযুৰ জন্মপত্ৰিকাত ইমানবোৰ ভাল কথা লিখা আছে যে মোৰ সদায় ভয় হয়—ইমান ভাল মানুহ হ'লে সি জানো টিকি থাকিব পাৰিব? সেয়ে তাৰ আচল নাম অৰ্থাৎ ৰাশিগত নাম মোৰ মনত নাই। নিজৰ ল'ৰাৰ নাম নজনা বুলি আপুনি কিবা ভাবে বুলিহে মোৰ ল'ৰাৰ নামৰ প্ৰসঙ্গত ইমানখিনি বাহিৰা কথা কলোঁ—দায়-দোষ নিজ গুণে মৰিষণ কৰিব নিশ্চয়)। দোকানখনৰ ওচৰ পাওঁতেই পীযুৰ চকু পৰিল—আইনাৰ সিপাৰে থকা পুতলাবোৰত। সি মোৰ আঙুলিত ধৰি একপ্ৰকাৰ টানি নিয়াৰ দৰেই দোকানখনলৈ টানি নিলে। মই অৱশ্যে এনেকুৱা এটা ভাব প্ৰকাশ কৰিবলৈ যত্ন কৰিলোঁ—যেন নগ'লে নহয়।

পাণবজাৰৰ মাজত থকা এনেকুৱা এখন দোকান। ভাবিছিলোঁ মানুহৰ ভীৰত সোমোৱাই টান হ'ব। কিন্তু—মোৰ চিন্তা মিছা। মানুহৰ ভীৰ দূৰৰে কথা, মানুহ এজনো নাই। ভীৰ দেখিলোঁ ইকাষে-সিকাষে থকা দোকানতহে। ইকাষৰ দোকানখন হ'ল কণীৰ পৰা পোৱালি উলিওৱা দোকান। কণীৰ পৰা পতাপত পোৱালি ওলাইছে। হাঁহ—মুৰগী—পাৰ—যোনে যি বিচাৰিছে। এটা যন্ত্ৰ ঘূৰি আছে—মাকৰ আথে ফুটোৱা যন্ত্ৰটোৰ দৰে। তাত কণী ভৰালেই একমিনিটৰ ভিতৰতে পোৱালি ওলাই আহে। সিকাষৰ দোকানখন

হ'ল ছবিৰ দোকান। ছবি তোলাৰ অভিনৱ কৌশল তাত। দোকানখনত সোমোৱাৰ লগে লগে আপোনাক কিছুমান নমুনা-ছবি দিব। কাৰ্তিকৰ, পৰীৰ, ক্লিওপেট্ৰাৰ আৰু বহুত ধৰণৰ। আটাইবোৰ সুন্দৰ, ধুনীয়া নাৰী-পুৰুষৰ। আপুনি যিখন কৰিব, সেইমতে ফটোগ্ৰাফাৰজনে যোগাৰ কৰি আপোনাৰ ছবি তুলি দিব। আপচু-কুৰুচ বালিৰাম, আৰু চুনতী-মালতী জনীও কাৰ্তিক বা ক্লিওপেট্ৰাৰ ৰূপত ওলাই আহিব। এৰা, আমি নিজকে সুন্দৰ যেন নাভাবোনে? দীঘল আয়নাৰ আগত আপাদ-মস্তকলৈ চাই চাই কেতিয়াবা তন্ময় নহওঁ নে? আপোনাৰ কথা কব নোৱাৰোঁ—আমি মানে মই, মোৰ পৰিবাৰ আৰু মোৰ উত্তৰাধিকাৰীজন কিন্তু এই কথাত একমত। 'নাৰ্চিছিজম' নে কি বুলি এটা কথা মনোবিজ্ঞানত পঢ়াচোন মনত পৰে। পিছে, মনোবিজ্ঞানত এটা অৱস্থাতহে নিজৰ ৰূপত তন্ময় হোৱাৰ কথা কয়। মোৰ বোধেৰে আমি আলৰ বুঢ়ালৈকে নিজকে ধুনীয়া, নিজকে ডেকা বুলি ভাবি বৰ ভাল পাওঁ। আপাদ-মস্তক দেখা আয়না প্ৰচলনৰ গুৰিতে হেনো এই নিজৰ ৰূপদৰ্শনৰ কথাই থাই। সেয়ে ছবি তোলা দোকানত মানুহৰ জুম দেখি মই একো মন কৰা নাই।

পীযুৱে দোকানখনলৈ টানি নি এটা পুতলাত আঙুলি থলে—আয়নাৰ ওপৰেদি। ঠিক তেনেতে 'কেৰেঙ্'কৈ এটা শব্দ উঠিল। লগে লগে সেই পিনেদিয়েই—ঠিক পীযুৰ আঙুলি ৰখাৰ কাষেৰে দুৱাৰ এখন খোল খালে। আমি বিনা ওজৰে ভিতৰলৈ সোমাই গলোঁ।...উৱা—কি অদ্ভুত অদ্ভুত পুতলা! পীযুৱে তাৰ সকলো কথা জানে। সি মোক এটা এটাকৈ দেখুৱাই কোনটো কি ক'বলৈ ধৰিলে। চোৱা দেউতা সৌটো কন্দা-পুতলী। সি জানা জীয়া ল'ৰাৰ দৰে কান্দে। তাৰ ওচৰলৈ গ'লে তুমিও কান্দিব লাগিব।...আৰু দেউতা সৌখন যে চাকনি দেখিছা মোক কিনি দিয়ানা। সেইখন,

জানা, যাদুৰ ঢাকনি। সেইখনেৰে কিবা এটা ঢাকি দিলেই নোহোৱা হৈ যায়। স্কুলত মিছে মোক ধমক দিলে সেই ঢাকনিৰে নোহোৱা কৰি দিম।...পীযুৱে যেন মোক কামাখ্যা*মন্দিৰহে দৰ্শন কৰাইছে। এৰা, যাদুৰ ঢাকনিখনত লিখা আছে—কিনা, এতিয়াই কিনা আৰু তোমাৰ বন্ধুসকলক চমক খুওৱা।

পীযুৰ চকুত পৰিল এইবাৰ এটা মুদ্ৰা ঠিক আধলিটোৰ মান। সেইটো হেনো মিলি যোৱা পইচা। যি কোনো বস্তুৰ সৈতে মিলি যায়। তাৰ কাষত আন এটা আঠচুকীয়া মুদ্ৰা। সেইটো বোলে অন্নপূৰ্ণা মুদ্ৰা। এইটো লগতে থাকিলে যি ইচ্ছা কিনিব পাৰি। আঠচুকীয়া মুদ্ৰাটো জোকাৰি মনতে ভাবিলেই হ'ল—দহ পইছা—বিছ পইছা—পঞ্চাছ পইছা...। আপোনা আপুনি সৰি পৰিব।

পীযুৰ স্বভাৱটো মাকৰ দৰে হৈছে। মই নজনা ইমানবোৰ কথা ই জানিছে! সুধিলোঁ—বাবা, তুমি এইবোৰ মেজিকৰ কথা জানিলা কেনেকৈ?

আমাৰ এজনী মিছ আছে—সব কথা জানে। তেওঁ আমাক কয়।

তেনেতে এজন কিম্ভূতকিমাকাৰ চেহেৰাৰ মানুহ—মূৰত টুপী, হাতত চুটি দণ্ড—মোৰ কাষত ৰ'ল। এটা সৰু মিচিকিয়া হাঁহি মাৰি সুধিলে—ডাঙৰীয়া, কিবা কিনিবনে নে চাই গুছি যাব? দোকানীৰ এনে প্ৰশ্ন মই কাহানিও শুনা নাই। দোকানী বুলিলে হ'ব লাগে বিনয়ী। কথাত থাকিব লাগে মৌ। পিছে হওঁতে হয়। এদিন ৰামমল মহাজনে কথাৰ লেজুত কৈছিল—বোলো, কিনিবৰ মন হ'লে কিনক, নহলে ভেজাল-তেজালৰ কথা কৈ সময় নষ্ট নকৰিব। প্ৰয়োজন হলে কিনিবই। আজি-কালি গ্ৰাহকেহে দোকানীক খাটিব কৰিব লাগে। লাগিবই,মই কৈছিলোঁ নহ'লে যদি হৰলুকী মন্ত্ৰ চলে! সেয়ে মায়াবী দোকানৰ মালিকৰ (মালিক হয়নে নহয় মই কিন্তু নাজানো দেই) কথাত মই বেয়া পোৱাৰ ভাব প্ৰকাশ কৰিব

খুজিও নকৰিলোঁ। আৰু মোৰ একান্ত ইচ্ছা—দাম দৰ কমাই বলে পাৰিলে সেই মেজিক চুঙাটো বা ঢাকনিখন কিনিমেই। অন্ততঃ ৰামমলক এসেকা দিব পাৰিম।

মানুহজনক কোনো উত্তৰ নিদি মযো সৰুকৈ হাহিলোঁ। কলোঁ—বাঃ, আপুনিচোন সাক্ষাৎ পি চি. চৰকাৰ! মোৰ কথাত তেওঁ বৰ ভাল পোৱা যেন লাগিল। ক'লে, আৰে ছাৰ, পি. চি. চৰকাৰে নো শিকিছিল ক'ৰপৰা? তেওঁ আমাৰ দোকানৰ নিয়মীয়া গ্ৰাহক আছিল। পূৰা ছবছৰ ইয়াত শিক্ষানবীচৰ কাম কৰিছিল। তাৰপিচত পীযুক তপকৈ কোলাত লৈ ক'লে—বাঃ বৰ সুন্দৰ ল'ৰাটো। তোমাৰ দৰে ভাল ল'ৰা আৰু মই দেখা নাই। তোমাৰ মনটো বৰ সুন্দৰ, বাবা। বুজিছে—আমাৰ ইয়াত যি কোনো মানুহ সোমাব নোৱাৰে। দুষ্ট, চোৰ বা বেয়া প্ৰকৃতিৰ মানুহৰ বাবে আমাৰ দুৱাৰ খোল নাখায়। মন কৰিছিল-নে এই বাবাই আঙুলিটো আইনাত থোৱাৰ লগে লগে এখন দুৱাৰ সেইপিনেই মুকলি হৈছিল। আমাৰ দোকানত তেনে কোনো নিৰ্দিষ্ট দুৱাৰ নাই। সকলো পিনে, মানে, যিপিনেৰে ইচ্ছা, সেই পিনেৰেই দুৱাৰ খোল যায়—অৱশ্যে আকৌ কওঁ—কেৱল ভাল মানুহৰ বাবেহে। এতিয়া আহক, আমাৰ বস্তুবোৰ চাওক—। মানুহজনে মন্ত্ৰ মতাৰ দৰে কথাখিনি একে উশাহতে কৈ গৈছিল।

তেওঁ কৈ থাকোতে, মাজতে মই এবাৰ ঘূৰি চালোঁ। দেখিলোঁ—আমাৰ পিচপিনে য'ত দোকানীজন থাকে, তাৰ ঠিক সমুখত এটা ডাঙৰ কাঁচৰ বাকচ। বাকচটোৰ ওপৰত এটা বাঘ। কাগজৰ বাঘ। একদম সঁচা যেন লাগিছে। গহীন-গম্ভীৰ এটা বাঘ মাজ আলিত বহি থকা যেন লাগিছিল। তাৰ মুৰটো দুলিছিল—চকু দুটা পিৰিক-পাৰাককৈ জ্বলিছিল।

দোকানীজনে আমাক প্ৰথমতে মেজিক-তাচ যোৰ দেখুৱালে। এখন চীনামাটীৰ হাত। তাত ওলমি আছে এযোৰ তাচ। সাধাৰণ-

তাছৰ দৰে। কিন্তু সেই তাছৰ সহায়ত গোটেই পৃথিবীখন পাব পাৰি। তাৰ কাষতে দেখিলোঁ কেইটামান বল। অহনা ডাঙৰ ডাঙৰ বল। এটা ডাঙৰ চৰিয়া। আৰু এটা টুপী। সেইটো হেনো মেজিক-টুপী। তাৰপিচত দেখুৱালে কেইখনমান আইনা। এখনত চালে নিজকে লাগিব ভূত-যেন ক্ষীণ-মীণ লিহিৰা-লিহিৰ। আন এখনত চালে বোলে কেবল মূৰটোহে দেখা যাব—পৃথিবীখনৰ মান ডাঙৰকৈ। আন এখনে দেখুৱাব শূন্যত উৰি যোৱা। আৰু এখন আছে—সেইখনত চালে নিজকে ৰজাৰ কোঁৱৰ ( আমাৰ ধাৰণা ৰজাৰ কোঁৱৰ হ'লে দেখাত হ'ব লাগিব সুন্দৰ, স্বাস্থ্য একবাৰে নিটোল। ৰঙ গাখীৰত সেন্দুৰ দিলে যেনে হয় তেনে। নহয়নে ? ) যেন। আইনাৰ আগত থিয় হৈ পীযু আৰু মই খুব হাঁহিছোঁ।

আচ্ছা, আপোনাৰ ইয়াত কিবা মজা কৰিবলৈ বস্তু নাইনে? আমাৰ এই ল'ৰাটোক মজাৰ মজাৰ খেলাৰ বস্তু দিবৰ মন।

মোৰ প্ৰশ্ন শুনি দোকানীজনে মূৰটো খজুৱাই কিবা যেন ভাবিলে। তাৰপিছত হুঁ বুলি ক'লে—এয়া লওক কাচৰ বল। দূৰৰ পৰা কাচৰ বল এটা আনি মোৰ হাতত দিলে। এনেকুৱা কেইটামান কাচৰ বল হ'লে হ'বনে ? কথাখিনি কৈ তেওঁ পটাপট মূৰৰ পৰা বল উলিয়াই আমাৰ আগত দ'ম কৰি থলে। মই হতভম্ব হৈ গলোঁ। কি কওঁতে, কি হ'ল। মায়া নে ভ্ৰম ! মূৰৰ পৰা বল ! অৱশ্যে ইয়াৰ আগেয়ে এনেকুৱা মেজিক দেখিছোঁ। দোকানীৰ ক্ষেত্ৰত কিন্তু এয়ে প্ৰথম। দোকানীজনে পুনৰ সুধিলে—এনিথিং ম'ৰ, ছাৰ ? আৰু কিবা ? —এৰা, পীযুবাবাক লাগিব। এয়া লোৱা বাবা। লোৱা—মই দিছোঁ। যিমান ইচ্ছা বল তুমি লোৱা। পীযুৱে বলটো দোকানীজনৰ হাতৰ পৰা লব খোজোঁতেই নাই। আৰু এটা ল'ব খুজিলে। সেইটোও নোহোৱা হ'ল। চাওঁতে চাওঁতে এদম বল থাওকতে নোহোৱা হ'ল। পীযুৱে মোৰ আঙুলিত জোৰকৈ

টিপি ধৰিলে। সম্ভৱ, বেচেৰাৰ ভয় লাগিছে। দোকানীজনে কথাটো বুজি পালে। তেওঁ ক'লে—ভয় নকৰিবা, বাবা। তোমাৰ দেউতাৰা বৰ সাংঘাতিক। তেখেতে বলবোৰ মোনাত লৈছে। চোৱা—এয়া পাঞ্জাবীৰ পকেটত। সঁচাসঁচি মোৰ পাঞ্জাবীৰ মোনাত বলবোৰ আছে।

মই সুধিলোঁ—এই বলৰ দাম কিমান হ'ব, বাৰু?

আৰে ডাঙৰীয়া আপুনি কয় কি? এই সামান্য কাচৰ বলৰ বাবেও দাম ল'ম নে? আচলতে আমি এইবোৰ বিনা পইচাত পাওঁ। ইচ্ছা মতেই পাওঁ। চাওক! বুলি কাণৰ পৰা, নাকৰ পৰা, চকুৰ পৰা বল উলিয়াই পীযুৰ হাতত দিলে। আৰু ক'লে—এই গোটেইবোৰ তোমাৰ, বাবা। তুমি তোমাৰ বন্ধুক উপহাৰ দিব পাৰিবা। ৰ'বা—আৰু এটা দিছোঁ—বুলি মুখখন মেলি হাতখন ভৰাই উলিয়াই আনিলে এটা এক নম্বৰী বলৰ মান বহুৰঙী কাচৰ বল। ক'লে—এইটো ইছপেচিয়েল। কেৱল তোমাৰ বাবে। এই বলটো থাকিলে তুমি কেতিয়াও কোনো বন্ধুৰ দ্বাৰা পৰাজিত নোহোৱা। বলটো হাতত লৈ পীযুৱে মোৰ পিনে চালে। অৰ্থাৎ তাৰ ভয়—কিজানি মই বাধা দিওঁ। মই হাঁহি দিয়া দেখি সি আৰু জোৰেৰে বলটো হেচি ধৰিলে। আনহাতেৰে জোৰে টিপি ধৰিলে মোৰ আঙুলি।

দোকানীজনে কলে—সকলুৰা খেলনাবোৰ আমি এইদৰেই পাওঁ। সেয়ে দামৰ কোনো কথা নাই।

মই তেওঁৰ ঠাট্টা বুজি পোৱা যেন দেখুৱাই কলোঁ, তেনেহলে মোৰ আৰু চিন্তা নাই। জন্মদিনৰ উপহাৰ বিচাৰি সদায় আপোনাৰ ইয়ালৈকেই আহিম। বুজিছে আমাৰ আজিকালিৰ চাহাবৰোৰে ল'ৰা-ছোৱালীৰ 'বাৰ্থডে' ইমানকৈ পাতে! কেতিয়াবা ভুলতে (নে ইচ্ছা কৰিয়েই) বছৰত দুবাৰো পাতে একেটি ল'ৰাৰ বাবেই। আৰু

জানে, মাতিলে নগ'লে বা গৈ একো নিদিলে পিচতো অলাগী হ'ব লাগে। গতিকে নেথাই হ'লেও উপহাৰ দিয়াৰ নিয়ম।

চিন্তা নাই, ছাৰ। যেতিয়াই মন যায়, আহিব। আনকো আহিবলৈ ক'ব। আমাৰ আপত্তি নাই। আমাৰ মালিকে ইয়াকেই বিচাৰে। আমাৰ মালিকৰ এটা চখ হ'ল—কিমান ভাল মানুহ আছে হিচাপ কৰা।

মই মনতে ভাবিলোঁ—এৰা. এইবাবেই কিজানি এই দোকান থনলৈ মানুহ আহিব নোখোজে। সকলোৰে ভয়—যদি তুৱাৰ খোল নাখায়! এন্ধাৰত. পৰ্দাৰ আঁৰত বেয়া কাম কৰি ভাল পালেও পোহৰত সদৰি হোৱাৰ ভয় জানো আপোনাৰ নাই ?

এইদৰে আপোনালোকৰ লাভ জানো হয় ? মই সুধিলোঁ।

অবশ্যে লাভৰ কথা তিমান নাই, আপুনি ঠিকেই ধৰিছে। কিন্তু সেইবুলি লোকচান ভৰিবও নালাগে। আমাৰ দোকানথন পাইকাৰী দোকান। আমাৰ প্ৰয়োজনীয় খৰচ-পাতি পাওঁ এই টুপীটোৰ পৰা। বুলি মূৰত থকা টুপীটো দেখুৱালে। আমাৰ যি দৰকাৰ, টুপীটোৱে দিয়ে। চাওক—বুলি নিজৰ গালৰ পৰা এথন নামফলি টানি আনি মোৰ আগত ধৰিলে। তাতে লিখা আছিল : খাঁটি মেজিকৰ পাইকাৰী দোকান। একদম খাঁটি, মহাশয়। আমাৰ ইয়াত ফাঁকিফুকাৰ কাম নাই। মই অনুমান কৰিলোঁ, তেওঁ যেন তেওঁৰ কথাৰ প্ৰমাণ মোক হাতে হাতে দিব খুজিছে। তেওঁ হঠাৎ মোৰ পিনে চাই ক'লে, চাওক ছাৰ—এয়া মই আপোনাৰ অন্তৰ দৰ্শন কৰিছো। আপোনাৰ অন্তৰৰ কথা কওঁ—শুনক। আপুনি ভাবি আছে—মোৰ লগত দাম-দৰ কৰি মেজিক চুঙা এটা কিনি নিবলৈ, হয়নে ? মেজিক-চুঙাৰে আপুনি অলপ জাহি-জাবৰ আঁতৰ কৰি সমাজথন নিকা কৰিব খুজিছে, হয়নে ? কওক হয় নে নহয় ? মই তেওঁৰ কথাৰ উত্তৰত কি ক'ম ভাবি পোৱা নাছিলোঁ। একদম

মোৰ মনৰ কথা কৈছে। তথাপি তেওঁৰ দৃষ্টি এবাৰলৈকেই ক'লোঁ—হয়।

গম্ভিকে, ছাৰ, আমাৰ কথাবোৰ যে খাঁটি, আপুনি বিশ্বাস কৰিছে নিশ্চয়। তেনেতে—এটা কন্দাৰ কৰুণ শব্দ শুনিলোঁ। দোকানীজনেই ক'লে—আৰু এটা প্ৰমাণ চাওক। বাহিৰত সেই ল'ৰাটোৱে কান্দিছে। ভিতৰলৈ আহিব খুজিছে। পৰা নাই। দুৱাৰ খোল খোৱা নাই। পীযুবাবাৰ দৰে নহয়। সেয়ে আমাৰ দোকানৰ দুৱাৰে তাক সোমোৱাৰ অনুমতি দিয়া নাই। দেখিলে? এতিয়া এটা মেজিক চাওক। এই বুলি তেওঁ হাতখন মেলি দিলে। দীঘল দীঘল বাঁহপাতী আঙুলিৰ পৰা জুইশিখা ওলাই দৌৰ দিছে এটা বাকচৰ পিনে। সকলোবোৰ জুইশিখা যেন বাকচত সোমাই ৰ'ল। তেওঁ কলে, ৰ'ব আপোনাক একাপ কফি খুৱাব খুজিছোঁ। সেই বাকচটো ঠাণ্ডা হৈছিল। মোৰ হাতৰ পৰা ৰশ্মিবোৰ পঠাই দিছোঁ। সেই ৰশ্মিৰ উত্তাপত বাকচটো গৰম হ'ব। তাৰ ভিতৰত থকা কফিও। এয়া লওক—গৰম কফি। তেওঁ টুপীটোৰ পৰা কফিৰ কাপটো উলিয়াই দিলে। পীযুৰ পিনে চাই ক'লে—বাবা, তুমি কি খাবা? মিঠাই? নিমখীয়া? এৰা তুমি নিমখীয়াই ভাল পাবা। এয়া লোৱা, শিঙৰা আৰু চপ।

সেই টুপীটোৰ পৰাই উলিয়াই দিলে এখন থালত দুটা শিঙৰা আৰু দুটা চপ।

পীযুৰ পিনে চাই দোকানীজনে পুনৰ ক'লে—তুমি দোকানত সোমোৱাৰ আগেয়ে সৌ খেলৰ বাকচটো কিনিব খুজিছিলা, নহয়নে? তোমাৰ বন্ধুবোৰক তাৰে থতমত খুৱাব পাৰিবা। চোৱাচোন চোৱা—সেইটো তোমাৰ পেণ্টৰ পকেটত আছে নে নাই?

'হয়—সৰু জুইশলাৰ দৰে বাকছটো পীযুৰ পেণ্টৰ পকেটত আছে। তেওঁ বাকছটো হাতত লৈ ক'লে—ম্যাজিক! লগে লগে

ভটিৰ মূৰত মৰা বিৰ্ধ্ম যেন কাগজৰ বিৰন ওলাব ধৰিলে।···সূতা। লগে লগে তেওঁৰ মুখৰ পৰা সূতা ওলাবলৈ ধৰিলে। যেন পেটৰ ভিতৰত এটা গুলিহে আছে। সেই সূতা আৰু কাগজৰে এটা ডাঙৰ বাকচ পেকেট কৰি পেলালে। তাৰপিচত এটা পুতলাত ফু মাৰি এডাল মমবাতি জ্বলালে। জ্বলি থকা মমবাতিৰ আগত নিজৰ আঙুলি এটা ধৰিলে। আঙুলিৰ পৰা লা গলিবলৈ ধৰিলে। সেই লাৰে পেকেটটো মোহৰ মাৰি পীযুৰ হাতত দি দিলে। ক'লে—এয়া মোৰ বাৰ্থডে প্ৰেজেণ্ট। জন্মদিনৰ দিনাহে খুলিবা দেই।

তাৰপিচত তেওঁ দেখুৱালে অদৃশ্য কণীৰ খেল। তেওঁ কোটৰ ভিতৰৰ পৰা কণী এটা উলিয়ালে। তাৰপিচত এটা এটাকৈ কেবাটাও উলিয়াই প্ৰত্যেকটো পুতলাকে দি গ'ল। পীযুৰ হাতত ছুটামান দি ক'লে—যাওঁতে সিকাষৰ দোকানত পোৱালি ফুটাই নিব পাৰিবা। মেজিক বাকচটো হাতত লৈ মনতে যি ভাবা তাৰেই পোৱালি ওলাব। হাঁহ-কুকুৰা যি বিচৰা। এতিয়া কওক, ছাৰ—মোৰ মেজিক থাঁটি হয়নে? তেওঁৰ কথাৰ উত্তৰ দিওঁ-নিদিওঁ কৰোতেই মোৰ মূৰত কিবা এটা লৰাচৰা কৰা যেন লাগিল। হাত দি গম পালোঁ—এটা পাৰ। সুন্দৰ বগা পাৰ। বক্ বক্ কৰি মূৰত ঘূৰিবলৈ লৈছে। দোকানীয়ে ক'লে, দেখিলা, পীযুবাবা। তোমাৰ দেউতাৰা বেছ শান্তিপ্ৰিয়। বগা পাৰহে বিচাৰে। তোমাক দিয়া কণী এটাৰ পৰা প'ৰটো উলিয়াইছে। কথাখিনি কৈ হাতখন দাঙি দিলে। লগে লগে পাৰটো উৰি গৈ এটা ডাঙৰ বাকচত সোমাল। বাকচটো আছিল সেই বাঘটোৰ আঁৰত।

আঃ, বেচেৰা পাৰটোৱে ইয়াত বাহ সাজিব খুজিছে। মই বুজিছোঁ, তাক সঙ্গী লাগে। ফুঃ—চাওক সঙ্গী আহি গ'ল। সঁচাসচি আন এটা বগা পাৰ আহি বাকচত সোমাল। মোৰ পিনে ঘূৰি তেওঁ ক'লে—চৰি ছাৰ। আপোনাৰ মূৰত জাবৰ আছে। ৰ'ব মই

জোকাৰি দিওঁ। সেই বুলি তেওঁ হাতেৰে জোকাৰি দিলে। সৰু সৰকৈ মোৰ মূৰৰ পৰা জাহি-জাবৰ পৰি থাকিল। আপুনি বৰ লেতেৰা, ছাৰ। মূৰত নো ইমান জাবৰ ৰাখিব পায়নে! মই তেওঁৰ মেজিকত আচৰিত নহৈ নোৱাৰিলোঁ। মূৰৰ পৰা ইমান জাবৰ সৰিছে যে মোৰ নিজেৰে বেয়া লাগিল। অকল জাবৰেই নহয়—জাবৰৰ লগত কণীও। মোৰ মগজুৱে কণী দিয়া নাইতো!

তাৰপিচত তেওঁ জাবৰখিনি আঁতৰ কৰাত লাগিল। এইবাৰ আৰু আচৰিত। জাবৰৰ মাজত দেখিলোঁ—জীয়া মাছ, ঘড়ী, বটল, কমলা আৰু কেইটামান পুতলা। সেইবোৰ দেখুৱাই তেওঁ অভিযোগৰ সুৰত ক'লে—ছাৰ, আপোনাৰ মতলব বৰ ভাল নাছিল যেন লাগিছে। এইবোৰ চুলিৰ মাজত সুমুৱাই নিব খুজিছিল নেকি? চাওক—কিমান বস্তু মই আপোনাৰ মূৰৰ পৰা উলিয়ালোঁ। অকল আপুনিয়েই নহয় পিছে—সকলো গ্ৰাহকে এইদৰে বস্তু নিব খোজে। কিন্তু মোৰ চকুত জানো ধূলি দিব পাৰে?

হঠাৎ এটা শব্দ শুনিলোঁ। চলি থকা গ্ৰামোফ'ন ৰেকৰ্ডৰ ওপৰত সৰু পিন এটুকুৰা পৰিলে হোৱা শব্দৰ দৰে ঘৰ ঘৰনিৰ শব্দ। কাৰো মুখত কথা নাই। দোকানীজনো নীৰৱ। ভাবিলোঁ—কিবা অঘটন ঘটিল নেকি? সুধিব খুজিলোঁ। কিন্তু মইচোন বোবা হলোঁ। পীযুক কিবা এটা কব খোজেঁ।। কব নোৱাৰোঁ। মুখৰ পৰা মাত নোলায়। কব নোৱাৰাকৈয়ে মই হাতৰ ঠাৰেৰে মোৰ মনৰ ভাব প্ৰকাশ কৰিবলৈ ললোঁ। মোৰ ঠাৰৰ উত্তৰত দোকানীজনেও ইঙ্গিত দিছে। মই সুধিলোঁ—মোৰ হ'ল কি? তেওঁ উত্তৰ দিলে—একো হোৱা নাই। তাৰপিচত জেপত কমালখন বিচাৰি নেপাই সুধিলোঁ কমালখন গ'ল ক'লৈ? তেওঁ হাতেৰে নিজৰ ডিঙিৰ ভিতৰভাগ দেখুৱাই দিলে মুখ মেলি। ময়ো সেই ইঙ্গিতমতে মুখত হাত সুমুৱাই দি ডিঙিৰ ভিতৰত কমালৰ এটা অংশ বিচাৰি পালোঁ। আৰু সেই

কোণত ধৰি টানি আনিলোঁ। ক'ত সেই মোৰ প্ৰথন ৰুমাল! এলানি কমাল প্ৰচেছন কৰি ইথনৰ পিচত সিথন ওলাবলৈ ধৰিলে। মই সঁচাকৈয়ে নাৰ্ভাছ হলোঁ। ৰুমাল ওলোৱা শেষ হোৱাৰ লগে লগে মোৰ কণ্ঠস্বৰো ওলাই আহিল। মই এটা স্বস্তিৰ নিশ্বাস মাৰিলোঁ। মই কোনো কথা কোৱাৰ আগেয়ে দোকানীজনেই ক'লে—মহাশয়, ইমানবোৰ ৰুমাল কণ্ঠনলীত সুমুৱাই লৈ কথা কব খোজে, নহয়? খং উঠিছিল মোৰ। সেয়ে একো নক'লোঁ। এটা বিৰক্তিসূচক হাঁহি মাৰিলোঁ। মই দোকানীজনক ক'লো—বুজিছে, আমাৰ বৰ পলম হ'ল। এতিয়া যাবৰ মন কৰিছোঁ। মই এতিয়া কিমান পইচা দিব লাগিব কওকচোন।

দোকানীজনে কোনো উত্তৰ নিদিলে। বহুত সময় কোনো উত্তৰ নেপাই চিঞৰি চিঞৰি মই কলোঁ, বোলো আমি যাওঁ। নাই, কোনো উত্তৰ নাই। ইফালে সিফালে চালোঁ—দোকানীজনো নাই। কি বিপদ! আমাকে এনেকৈ এৰি গ'লনো ক'লৈ!

মই পীযুক হাতত জোৰেৰে ধৰি অলপ আগুৱাই গ'লোঁ তেওঁৰ গাদীৰ পিনে। দেখিলোঁ গাদীত (য'ত দোকানীজন বহে) তেওঁৰ টুপীটো পৰি আছে। আৰু কাষত এটা শুধ-বগা শহা। টুপীটো মই উঠাই অনাৰ লগে লগে শহাটোও জপিয়াই জপিয়াই এপিনে গুছি গ'ল। দেখিলোঁ—আমাৰ কাষেৰে এখন সৰু দুৱাৰ খোলা গোৱা। সেইভাগে শহাটো সোমাই গ'ল। আৰু এককমিনিটৰ ভিতৰতেই আইনাৰ সিপাৰৰ পৰা দোকানীজন ওলাই আহিল। তেওঁ হেফাই-ফেপাই অহাৰ দৰে আহি ক'লে—মাফ কৰিব ছাৰ। কিবা এটা বিশেষ জৰুৰী কামত মালিকে মাতি পঠাইছিল। মই যাওঁতে সেই যে শহাটো গাদীত বহি আছিল—তেৱেঁই আমাৰ মালিক। মালিকে আপোনাৰ আৰু পীযুবাবাৰ ছবি লৈ গৈছে। তেওঁ বিভিন্ন গ্ৰাহকৰ আগত বিভিন্ন ৰূপত ওলায়।

ছবি তোলে চকু দুটাৰে। তেওঁৰ চকু দুটাৰ লেন্স দুখন বৰ শক্তিশালী।

এইবাৰ দোকানীজনে এটা বিনম্ৰ প্ৰস্তাৱ কৰিলে—ছাৰ, আহিছে যেতিয়া এই গৰীবৰ দোকানখন এবাৰ চাই লবনে? তেওঁৰ প্ৰস্তাৱ গ্ৰহণ কৰোঁ নে নকৰোঁ মই ভাবিবৰ সময়কে নাপালো। ইতিমধ্যে পীযুৰ টানত, নাকি লগোৱা ম'হৰ দৰে যাদুকৰ দোকানীৰ পিচে পিচে খোজ দিলোঁ। তথাপি কলোঁ, মোৰ বেছি সময় হাতত নাই। অনুগ্ৰহ কৰি সোনকালে বিদায় দিব দেই।

তেনেহলে অলপ বেগাই ঘূৰা যাওক। ৰ'ব, এটা বুটাম টিপোঁ। আমি ঘূৰি থাকিম ইপিনৰ পৰা, বস্তুবোৰ আগুৱাই আহিব সিপিনৰ পৰা। হবনে? বুজিছে আমাৰ দোকানৰ সকলো বস্তুৱেই মজাৰ। এক নম্বৰ বস্তু। চাওঁক—আপুনি কেনে অদ্ভুত। আপোনাৰ ধুতিৰ তলত সোটো কি লুকাই থৈছে? চাওঁ যে এটা বান্দৰ পোৱালি। দোকানীয়ে তুলি আনি ফুঃ মৰাৰ লগে বান্দৰটোৱে তাল বজাই নাচিব ধৰিলে। ৰবি, বুলি মূৰত হাত থওঁতেই সি খেকখেককৈ পীযুক খেদি গ'ল। ভাগ্যে দোকানীয়ে ধৰি ৰাখিলে। মই আৰু এবাৰ লাজ পালোঁ।

দোকানীয়ে পীযুক সুধিলে—বাবা, ইয়াত তোমাৰ কি পছন্দ হৈছে? নহবনে? তাৰ পছন্দৰ বস্তুৰে ভৰা সেই দোকান। সি কি ক'ব হয়তো ভাবি পোৱা নাছিল। তেনেতে এখন দীঘল তৰোৱাল তাৰ হাতত দি ক'লে—লোৱা। এই মেজিক তৰোৱালখন বৰ অদ্ভুত। ইয়াক কোনেও ভাঙিব নোৱাৰে। ই নাকাটেও। কিন্তু এইখন লগত থাকিলে ওঠৰ বছৰৰ তলৰ কোনেও একো কৰিব নোৱাৰে। সকলোতে প্ৰথম হ'ব পাৰিবা। মই সুধিলোঁ—ওঠৰ বছৰৰ তলৰ মানে?

মানে, ছাৰ, ইয়াৰ ছাইজ মতে বয়সৰ বান্ধ বন্ধা আছে। দামো

সেইমতে। কিছুমান আছে দহবছৰলৈ বন্ধা, কোনোবা কুৰি বছৰলৈ। আপোনাৰ বাবেও এখন দিব পাৰোঁ। কিন্তু আমি সাধাৰণতে ডাঙৰক এই তৰোৱাল বিক্ৰী নকৰোঁ।

আৰু এটা বস্তু পীযুক দিওঁ ৰ'বা। এয়া—এইযোৰ খৰম। এইযোৰ পিন্ধি য লৈকে ইচ্ছা উৰি যাব পাৰিব। মাটি পানী বায়ু—তিনিও পথেৰে যাব পাৰি। তাৰ লগত যদি এই পাগুৰীটো থাকে, তেন্তে সোণাত সুৱগা চৰিল। পাগুৰীটো পিন্ধাৰ লগে লগে কোনেও তোমাক আৰু দেখা নাপাব।

পাগুৰীটোৰ কথা শুনি মোৰেই আগ্ৰহ হ'ল। এইটো পিন্ধি যদি মই আনৰ পৰা অদৃশ্য হৈ থাকিব পাৰোঁ, তেনেহলেচোন মোৰ চোৰাংচোৰাগিৰিৰ কামত পৃথিৱীতেই নাম বিয়পি যাব। পিছে দাম বা কিমান! সুধিলোঁ। দোকানীয়ে কোনো উত্তৰকেই নিদিলে। তেওঁ ব্যস্ত পীযুক বস্তু দেখুওৱাত। অলপ দূৰ গৈ দোকানীজনে পীযুৰ হাতত এক বাকচ সৈন্য তুলি দিলে। বামনৰ দৰে সৰু সৰু। ছয় ইঞ্চিমান হ'ব। বাকচৰ ঢাকনি খুলি দিয়াৰ লগে লগে আচল সৈন্যৰ দৰে চালাম দি 'লেফট্ ৰাইট্' কৰিবলৈ ধৰিলে। যেন মোক গাৰ্ড অব অনাৰ হে দিছে। কিবা এটা ফুঃ মন্ত্ৰ মাৰি দিলে হেনো। মই নুশুনিলোঁ। হঠাত সিহঁত বৈ গ'ল আৰু শান্ত ল'ৰাৰ দৰে বাকচত সোমাই পৰিল। দোকানীয়ে বাকচৰ ঢাকনিখন মাৰি দিলে। বাকচটো পীযুৰ হাতত দি ক'লে—এই সৈন্য তোমাৰ। নিবানে? পীযুৰ স্ফূৰ্তি চায় কোনে? তেনেহলে তুমি এবাৰ জীয়াই তুলি দেউতাৰাক দেখুওৱাচোন। পীযুৱে ফু-মন্ত্ৰটো মাতি-সঁচাসঁচিকৈ সৈন্যবোৰ জীয়াই তুলিলে। দোকানীয়ে 'চাবাছ' দি বাকচটো পীযুক দি দিলে।

ইতিমধ্যে মই বহুত দূৰ আগুৱাইছিলোঁ। পীযু আছিল দোকানীৰ লগত। প্ৰিয় বন্ধুৰ দৰে পীযুৱে দোকানীৰ হাতত ধৰি ইটো সিটো

চাইছে। হঠাৎ মোৰ কেইটামান অদ্ভুত ঘটনা চকুত পৰিল। মোৰ ওচৰতে থকা পুতলাবোৰে হুদু-গুদু খেলিছে। ঠিক যেন বহাগ বিহুৰ প্ৰতিযোগিতা। তাৰ কাষতে আছে এজন অতি শকত পেটুৱা মানুহ। মানুহজনে খেল চাই উপভোগ কৰা যেন লাগিল। লগতে তেওঁ এটা অতি আচৰিত খেল খেলিছে। মানুহজনে নিজৰ নাকটো টানি টানি হাতীৰ শুৰ যেন কৰিছে আৰু তাৰে পুতলাবোৰক নিয়ন্ত্ৰণ কৰিছে। কেতিয়াবা নাকটো কোচাই নি এটুকুৰা মঙহৰ দৰে ওঠৰ ওপৰত ৰাখিছে। মোৰ বৰ ভয় লাগিল। পীযুৱে যেন এই দৃশ্যটো নেদেখে। সেয়ে মই তাৰ পৰা আঁতৰি আহি পীযুক খামুচি ধৰিলোঁ।

ঠিক সেই মুহূৰ্ততে যাদুকৰজনে এটা খেল খেলিলে। খঙে মোৰ চুলি পাইছিলগৈ। কিন্তু উপায় নাই। পীযুক টুল এখনৰ ওপৰত থিয় হব দিছে আৰু ঢোল এটা লৈ পীযুক ঢাকি ধৰিছে। মই চিঞৰি দিলোঁ। জোৰ কৰি যাদুকৰক টানি আনোতে দেখিলোঁ ঢোলটোৰ দুমুখ খোলা। ঘূৰি দেখিলোঁ টুলৰ ওপৰত পীযু নাই। মোৰ উশাহ বন্ধ হোৱা অবস্থা হ'ল। খঙত ৰ'ব নোৱাৰি আগুৱাই গৈ টুলখনকে লঠিয়াই দিলোঁ। কলো—বন্ধ কৰক আপোনাৰ এই সব দেওলগা মেজিক। কওক, মোৰ ল'ৰা ক'ত। শীঘ্ৰে উলিয়াই দিয়ক।

মোৰ ইমানখিনি অভদ্ৰ আচৰণতো দোকানীজনে আগৰ দৰেই ব্যৱহাৰ কৰি ক'লে—ক্ষমা কৰিব, ছাৰ। মোৰ গাত কোন দোষ নাই। বৰং তেওঁ ঢোলটো তুলি পুনৰ দেখুৱালে—চাওক, এয়া দুমুখ খোলা ঢোল। ইয়াৰ মাজেৰে মই পীযুক কি কৰিব পাৰো!

মোৰ আৰু ধৈৰ্য হেৰাই গ'ল। মই হাত কোঁচাই যাদুকৰক ধ'ৰিব খোজোতেই তেওঁ আঁতৰি গ'ল। তেওঁ এখন দুৱাৰ খুলি যোৱাৰ শব্দ শুনিলোঁ। পলাল। যাদুকৰ পলাল। মঞো পিচে

পিচে দৌৰিলোঁ। কিমান দূৰ গ'লোঁ নাজানো। বৌ যোৱাৰ পিচত গম পালোঁ, মোৰ সমুখত এখন ক'লা প্ৰাচীৰ। মোক ঘেৰি ধৰিছে নিজম আন্ধাৰে। তথাপি আগুৱাই গ'লো। চিঞৰি চিঞৰি কৈছোঁ—ৰোৱা। বৈ যোৱা। মোৰ ল'ৰাক ঘূৰাই দিয়া।

হঠাৎ কাৰোবাৰ সৈতে খুন্দা খোৱা যেন লাগিল। হয়। ঠিক কটন কলেজৰ আগত কলেজৰ মালী এজনৰ গাত খুন্দা খাইছোঁ। সি মোক চিনি পায়। সি মোক তুলি দি ক'লে—বাবু, আপুনি এইদৰে দৌৰি আহিছে কিয়? আপোনাৰ কিবা বিপদ হৈছে নেকি?

মই বৰ লাজ পালোঁ। ক'লো—নাই, একো হোৱা নাই। ল'ৰাটোক বিচাৰি বেগাই আহিছিলোঁ। তেনেতে পীযুৱে মাত দিলে, এয়া দেউতা, মই ইয়াত। লোৱানা পুতলাবোৰ। ইমান পুতলা! মই লৈ লৈ ভাগৰি পৰিছোঁ।

মই পীযুৰ হাতৰ পৰা টোপোলা কেইটা লৈ তাৰ হাতত মুঠি মাৰি ধৰিলোঁ। অলপ দূৰ আগুৱাই পাণবজাৰৰ সেই দোকানৰ চ'কটো পালোঁ। মই সঁচাকৈয়ে হতবাক হ'লো। চাৰিওপিনে চালো। ক'তো সেই মায়াবী দোকানৰ চিনচাব উলিয়াব নোৱাৰিলোঁ। কণীৰ পৰা পোৱালি উলিওৱা দোকানখন দেখিলোঁ। আগৰ দৰেই মানুহৰ জুম। ছবি তোলা দোকানখনো দেখিলোঁ। তাতো একেদৰেই মানুহৰ ভীৰ। কিন্তু তাৰ মাজত কোনো দোকান নাই। মই বৰ অবশ হৈ পৰিলোঁ।

'টেক্সী' বুলি চিঞৰি দিলোঁ। এখন অটো পালোঁ। পীযুক ঠেলি দি নিজেও বহি পৰিলোঁ। অ'টোৰ আসনত বহাৰ লগে লগে পাঞ্জাবীৰ পকেটত হাত লাগিল। ভালদৰে চাই দেখিলো, এটা সৰু কাচৰ বল। দোকানীজনে উলিয়াই দিয়া সেই কাচৰ বল। পঙতে সেইটো ৰাস্তালৈ দলিয়াই দিলোঁ। পীযুৱে মোৰ মুখলৈ চালে অবাক দৃষ্টিৰে। বেচেৰাই একো ক'ব নোৱাৰিলে কিন্তু।

সি কেবল ক'লে—কি মজাৰ দোকান আছিল সেইখন, নহয়নে দেউতা ?

তাৰ কথাতহে মোৰ হুচ আহিল। তাৰ কথা শলাগি কলোঁ, এৰা, বাবা। তুমি চাৰিটা উপহাৰ পালা। কিন্তু তাৰ ভিতৰত কি আছে জানা নে ?…

ঘৰ পাই পীযুৰে বাকচ কেইটা খোলাত লাগি গ'ল। দেখিলোঁ তিনিটা বাকচত কেৱল সৈন্যই। সুন্দৰ পুতলা। চতুৰ্থটোত আছিল এটা মেকুৰী পোৱালি। বেছ লোদোৰ-পোদোৰ পোৱালি।

কিন্তু মোৰ বৰ আপচোচ ৰ'ল সেই মেজিক চুঙাটোৰ বাবেহে। চুঙাটো অনা যে নহ'ল !



# স্পেচশ্বিপ-মডেল ৩000

অৱশেষত—অৱশেষত ৰঙা ৰঙা বস্তুটো আমাৰ নিচেই ওচৰ পালেহি। আমি আচৰিত হৈ চালোঁ। আৰু তাতোকৈ আচৰিত হৈ লক্ষ্য কৰিলোঁ যে বস্তুটো লাহে লাহে নামি আহিছে। অনু-ক্রমে ই আমাৰ ওচৰ চাপিল আৰু শেষত প্রকাণ্ড ঘণ্টা এটিৰ দৰে ( যেন মস্কোৰ ঘণ্টাটোহে ) থপকৈ পৰি বৈ গ'ল। পৰাৰ লগে লগে আমাৰ চকুত পৰিল উজ্জ্বল আখৰেৰে লিখা আছে—স্পেচ-শ্বিপ, মডেল ৩০০০। এক গভীৰ উৎকণ্ঠাৰে আমি কাষ চাপি গৈছিলোঁ। আমি কাষ পাওঁ আৰু; তেনেতে চাৰিজনী ছোৱালী নামি আহিল। অভিবাদন জনালে আমাক অতি সসম্ভ্রমে। কিন্তু আমি বিস্মিত হ'লোঁ সিহঁতৰ দীৰ্ঘত্বত। কমেও আঠফুটমান ওখ হব সেই ছোৱালী কেইজনী। আমি কি কৰিম নকৰিম ভাবি থাকোঁতেই হঠাতে এজনীয়ে চিঞৰি ( প্রায় চিঞৰাৰ দৰেই, যেন লাউড-

স্পিকাৰতহে কৈছে, তেনে শব্দ কৰি ) ক'লে—attention please।
আমি হতভম্ব হৈ, আহিব ধৰা আদেশটিলৈ কাণ থিয় কৰিলোঁ।
ছোৱালীজনীয়ে কৈ গ'ল—'বুজিছোঁ আপোনালোকে, নহয়
তোমালোকে, অবাক হৈছা আমাৰ চেহেৰাত, তাত আমি আচৰিত
হোৱা নাই, অন্য গ্ৰহ গ্ৰহান্তৰৰ খবৰ তোমালোকে ৰাখাইবা কিমান?
শুনা, আমি মঙলৰপৰা আহিছোঁ। আমাক চৰকাৰীভাৱে পঠোৱা
হৈছে। (চাৰিওজনীয়ে পৃথিবীৰ সমতলত লম্বভাৱে থিয় আছিল
আৰু সিইঁতে একে ৰেখাত অৱস্থান কৰিছিল।) আমি ইতিমধ্যে
পৃথিবীৰ বহুত ঠাইত নামি আমাক লগা তথ্যবোৰ সংগ্ৰহ কৰি
আনিছোঁ আৰু তোমালোকৰ ইয়াতেই শেষ কৰিম বুলি ভাবিছোঁ
আমাৰ কাম। অ' তোমালোকক কোৱাই নাই, আমাৰ কাম
তোমালোকৰ পৃথিবীখনৰ অৱনতিৰ মান নিৰ্ণয় কৰা। তা' বুজিছোঁ,
শুনা নাই তোমালোকে। শুনিবাইবা কেনেকৈ? চৰকাৰী বা
ব্যক্তিগত প্ৰশংসাৰ বাহিৰে দৰকাৰী কিবা কথা ছপা হয় জানো
পৃথিবীৰ বাতৰিকাকতবোৰত? কিন্তু আমি ইতিমধ্যে সংগ্ৰহ কৰা
বাৰ্তাবোৰ ছপা হৈ আছে এই কাগজবোৰত; মঙ্গলগ্ৰহৰ কাগজ'—
এইবুলি এজাপ কাগজ দাঙি ধৰি দেখুৱালে। আৰু ২নং জনীয়ে নিৰ্দেশ
দিলে সেইবোৰ আমাৰ মাজত বিতৰণ কৰিবলৈ। ২নং জনীয়ে সাগ্ৰহে
কাগজখিনি লৈ এটি অৰ্ধসম-দ্বিখণ্ডিত হাঁহি মাৰি একোখনকৈ পুস্তিকা
আমাক দি গ'ল (ইতিমধ্যে ৩নং জনীয়ে ১নং জনীৰ কাণে কাণে
কিবা কোৱা দেখিলোঁ আৰু ৰিচিভাৰৰ দৰে কিবা এটি হাতত তুলি
দিলে।) ১নং জনীয়ে কিবাকিবি অবুজ ভাষাত কৈ ওঠ দুটি সমান্তৰাল-
ভাৱে নচুৱাই যন্ত্ৰটি পুনৰ ৩ নম্বৰক দি দিলে আৰু লগে লগে (অলপ
বৈ) ক'লে, Attention please (ইতিমধ্যে দুই নম্বৰৰ পুস্তিকা
বিতৰণ পৰ্ব সমাপ্ত হৈছিল)। আমি সকলোৱে পুস্তিকাত নজৰ
নিক্ষেপ নকৰি ১ নম্বৰৰ ত্ৰিভুজাকৃতিৰ মুখ-মণ্ডলৰ ফালে চাই থাকিলোঁ।

আৰু একান্তমনে শুনাৰ ভাও জুৰিলোঁ। ( যদিও মোৰ মন পুস্তিকাতহে নিমজ্জিত হৈছিল )।

"এই যে অলপ আগতে কিবা এটি যন্ত্ৰ লৈ কোৱা দেখিছিলা— ঠিকেই। মই কথা কৈছিলোঁ আমাৰ চৰকাৰৰ মুখপাত্ৰ এজনৰ লগত। আমাৰ ভাষাত। আমি পৃথিবীত নামিও আমাৰ তাৰ মানুহৰ লগত কথা পাতিব পৰা যন্ত্ৰ আনিছোঁ। আমাৰ টেলিভিচন যন্ত্ৰত পৃথিবীৰ কথাবোৰো প্ৰতিচ্ছবিত হয়। আৰু এই যে এইটো মিউজিকেল চেট দেখিছা ( এটি মিউজিকেল চেট দাঙি ধৰি ), ই তোমালোকৰ ৰেডিঅ'তকৈ বহুত উন্নত ধৰণৰ যন্ত্ৰ। ইয়াত আমি একেলগে কেবাটিও চেণ্টাৰৰ গান শুনিব পাৰোঁ। এয়া মই শুনি আছোঁ শুক্ৰত গাই থকা খেয়াল। লগে লগে ১নং জনীয়ে শুনিছে আমাৰ মঙলত গোৱা আধুনিক গীত। ইচ্ছা কৰিলে ৩ নম্বৰ আৰু ৮ নম্বৰেও অন্য কোনো গান শুনিব পাৰে। আমি... ..."

মই ইতিমধ্যে ১ নম্বৰৰ কথা শুনা নাছিলোঁ। পুস্তিকা পঢ়াত মগ্ন হৈ পৰিছিলোঁ। যদিও দেখাত তেওঁৰ কথাত বেচ মন দিয়া যেন দেখুৱাইছিলোঁ। "...তোমালোকৰ এই যে বিভ্ৰাট, হবই। ৰাচিয়াত দেখিলোঁ সিহঁত ব্যস্ত মাৰ্ক্স নামৰ মানুহ এজনক লৈ। মাৰ্ক্সৰ ডাচ কেপিটেল পঢ়িলোঁ। কিন্তু আচৰিত! চীনত আহি দেখিলো, সেই একেজন মাৰ্ক্সৰে সিহঁতে বেলেগ অৰ্থ কৰিছে। মাৰ্ক্সৰ ডাচ কেপিটেল সঁচাকৈয়ে অনন্য পুস্তক। কিন্তু দুখৰ কথা, তেওঁলোকে বুজা নাই, বুজিবলৈ চেষ্টাও কৰা নাই। চীনত আৰু দেখিলোঁ বিজ্ঞানী সকল ব্যস্ত বোমা সজাত। ইতিমধ্যে বহুতো সাজিলে। এতিয়া ভয় খাইছে নিজে নিজৰ ধ্বংস মতা যেন ভাবি। আৰু সেয়ে হুলস্থুল লগাইছে নিৰস্ত্ৰীকৰণ প্ৰস্তাৱেৰে। এই পৰমাণৱিক বোমাবোৰ নাসাজি যদি দুখন মৰুভূমিত ওৱেচিচ কৰিবৰ যত্ন কৰিলেহেঁতেন! এইখিনিতে তোমালোকক কোৱা দৰকাৰ যে আমাৰ তাত, মঙলত,

মৰুভূমি মুঠেই নাই। আমি তাক বৈজ্ঞানিক উপায়ে উৰ্বৰভূমি কৰি লৈছোঁ।"

এনেতে মূৰ তুলি কিবা এটি চাওঁতে দেখিলো ১ নম্বৰ জনীৰ কথা শেষেই। ২ নম্বৰ জনীয়ে আৰম্ভ কৰিছে ; তেওঁ কব লাগিছে—

"......তোমালোকে চন্দ্ৰত নামি নেদেখা ফালৰ ছবি, শিলগুটি আনি ভাবিছা, নকৰা কাম কৰিছা! আমি তোমালোকৰ মূঢ়তাত হাঁহিছো। আমি সেই মধ্যযুগতেই, যেতিয়া তোমালোকে পৰ্বতৰ গুহাত বাস কৰিবলৈ শিকিছিলা মাত্ৰ, তেতিয়াই স্পুটনিক উৰাই ছিলোঁ। তোমালোক এতিয়াও আমাৰ মধ্যযুগত। গতিকে তোমালোকে কৰা গৰ্ব এৰিবৰ হ'ল। আৰু সিদিনা ৰাচিয়াত দেখিলোঁ ভেলেন্টিনাক লৈ যিখন কাণ্ড! যেন তাই কিবা এটি নকৰাহে কৰিছে। আৰে বাবা, চোৱা, আমি তোমালোকৰ ইয়ালৈ আহিছোঁ চাৰিওজনী ছোৱালী। আমাৰ তাত এই ধৰণৰ কামবোৰ ছোৱালীয়ে কৰে। পুৰুষসকলে কেৱল চিন্তা কৰি থাকে কেনেকৈ বিশ্ব-ব্ৰহ্মাণ্ডত প্ৰগতি আনিব পাৰি। আমি তোমালোকৰ এই পিচ পৰা অৱস্থা দেখি পুতৌ কৰিছোঁ।"...

মোৰ অসহ্য লাগিল পিচ পৰা কথা কোৱা শুনি। তাইৰ কথাত কাণ নিদি পুনৰ মন দিলোঁ পুস্তিকা খনত,—"আমেৰিকাত দেখিলোঁ সিহঁত ব্যস্ত লিংকনক লৈ। গণতন্ত্ৰৰ শ্লোগান গাইছে। কিন্তু কাৰ্য্যতঃ গণতন্ত্ৰ হৈ উঠা নাই। অৱশ্যে স্বীকাৰ কৰিব লাগিব আমেৰিকা ধনী দেশ। পিচে বৰ দুখ লগা কথা যে ৰাচিয়া আৰু আমেৰিকা এই দুই শক্তিশালী দেশ দুখনৰ মাজত ভীষণ বিবাদ। পৃথিবীত এইটোৱেই সাংঘাতিক বিপদৰ কাৰণ হৈছে যে ইয়াত অজস্ৰ খেল আছে। পাৰ্টি ইমান বেচি যে ৰাজনৈতিক ঐক্য সাধনৰ আশা অতি ক্ষীণ। এই ক্ষেত্ৰত আমাৰ মঙলৰ আদৰ্শ গ্ৰহণীয়। আমাৰ মাত্ৰ এখনি চৰকাৰ—'লিবাৰেল'• চৰকাৰ। আমাৰ তাত ধনী-দুখীৰ

শ্ৰেণী নাই। মাৰ্ক্সৰ লগত আমাৰ যত কিছুপ্ৰকাশে মিলে। সকলোৱে কাম কৰিব লাগে। ...ধৰ্মও তোমালোকৰ অজস্ৰ পন্থাৰ। কিয়—এক মানৱ ধৰ্ম মানি ললে পৃথিবীৰ কি ক্ষতি হয়, আমি নুবুজোঁ। আচৰিত দেখিলোঁ আৰু এই ভাৰতবৰ্ষত। এইখন দেশত চৰকাৰী নীতিও বাৰেমিহলি। ধৰ্মও সাতকুৰি বিধ; গান্ধী নামৰ মানুহজন হেনো এওঁলোকৰ আদৰ্শ। কিন্তু গান্ধীৰ কথামতে কাম কোনোজনেই কৰা নাই। ভাৰতবৰ্ষৰ মানুহে গান্ধীৰ দৰে জনপ্ৰিয়তা বিচাৰে, কিন্তু গান্ধীৰ সমান আদৰ্শবাদী হবলৈ মুঠেও প্ৰস্তুত নহয়। সঁচাকৈয়ে গান্ধী কৃষক ভাৰতবাসীৰ আচল প্ৰতীক আছিল। কিন্তু কি অদ্ভুত! সেই মানুহজনক হত্যা কৰিলে! (ভাৰতৰ কথাখিনি পঢ়ি মোৰ কাণ-মূৰ গৰম হৈ গ'ল।)...মোৰ আৰু পঢ়া ধৈৰ্য্য নহ'ল। মূৰ দাঙি চাই পঠিয়ালোঁ মঙলৰ ছোৱালী কেইজনীলৈ। দেখিলোঁ এইবাৰ ৪ নম্বৰে কথা কৈ আছে—"তোমালোকে যদি মঙললৈ যাব খুজিছা, যুদ্ধ সমূলি ভুলি যোৱা। যুদ্ধৰ বাবে মাৰণাস্ত্ৰবোৰ তৈয়াৰী কৰা ত্যাগ কৰা। সীমাৰ বান্ধোন মচি পেলোৱা। সমগ্ৰ মানৱ জাতি একত্ৰে থিয় হোৱা। বিভিন্ন দেশৰ মগজুবোৰ সংঘবদ্ধ হৈ চিন্তা কৰা নতুন উৰন্ত আকাশীজাহাজ সাজিবলৈ। আৰু কিছুমান ঔষধ বাহিৰ কৰিব লাগিব যাতে বিভিন্ন গ্ৰহৰ চাপৰ অনুকূলে থাকিবলৈ সেইবোৰ ঔষধে কাম কৰে। আমাৰ সময় নাই। আমি যাব লাগে।" এই বুলি হাতত বান্ধি লোৱা কিবা এটি চালে। [দেখাত চেইনৰ দৰে, থাক এপাত যেন। সেইটো হেনো 'মিজাৰ' (Moasure)। তাত সময়ৰ সংকেত পায়, উচ্চতা পায় আৰু কিমান দূৰ অতিক্ৰম কৰে, তাকো জানিব পাৰে। চাবিও হেনো দিব নালাগে। 'পালচ'ত চলে। চাই উঠি ১ নম্বৰৰ কাণে কাণে কিবা কৈয়েই চাৰিওজনী গিৰিপকৰে যাবলৈ উদ্যত হ'ল। কোনোৱা এজনে চাহ-মেলৰ কথা কোৱাত এক প্ৰক্যৰ খং কৰিয়েই কৈ উঠিল—

"ইও পৃথিবীৰ মানুহৰ ডাঙৰ দোষ। সভা পাতিব, খাব; সকাম এটি পাতিব, ধুম্-ধাম্ খাব। কেৱল অপব্যয়! মানুহবোৰ ইমান বেহিচাবী!" এই বুলি কৈয়ে সিহঁত যানত উঠি বহিল আৰু ওপৰলৈ উৰা মাৰিলে। উৰি উৰিয়েই কলে—"টা, টা" আমিও কলোঁ—"টা, টা, গুডবাই।"

সিহঁত যোৱাৰ পিচত আমি অলপ সময়ৰ বাবে হতবাক্ হোৱাৰ দৰেই হলোঁ। কি আচৰিত! সিহঁতৰ জাহাজখনৰ কোনো আৱাজ নাই। আহোঁতেও, যাওঁতেও। কোনো শব্দই নাই। এৰা, মঙলৰ 'লিলিপুট স্পুটনিক' (আলট্রা মডেল ৩০০০) এয়েই কিজানি!



# পিকনিক

ভোগালী বিহু নপৰাৰে পৰা ভণ্টিহঁতে কুটুৰী আছিল এইবাৰ হেনো পিকনিক খাবলৈ ওলাবই লাগিব। সিহঁতৰ যে কত আপত্তি —মই হেনো ভূত। ঘৰৰ চুকত সোমাই থাকি ভাল পাওঁ। বাহিৰৰ দুনিয়াত কি হৈছে খবৰে নাৰাখোঁ। সকলোৱে এটা পৰিবৰ্তন বিচাৰে। সেয়ে জোনালীহঁতক দাদাকে যোৱা পূজাৰ বন্ধত দাৰ্জিলিঙলৈ লৈ গৈছিল। সৌ বিণিহঁতকো খুৰাকে নতুন এঠাইত পিকনিক খুৱাব ইত্যাদি এশ এটা আপত্তি তুলি ভণ্টিয়ে মোক ব্যস্ত কৰি তুলিছিল। অগত্যা তাইক এবাৰ নোৱাৰি পিকনিকৰ আয়োজন কৰিবলৈ কওঁ। বৰ বেছি হৈ-চৈ নকৰিবলৈ তাইক বাৰে বাৰে সাৱধান কৰি দিবলৈকেও পাহৰা নাছিলোঁ কিন্তু। মাইনু নাম সমস্ত জনায়ু বুলি তাইৰ খেচখেচনিৰ'পৰা হাত সাৰিলোঁ।

কিন্তু যাম ক'লৈ—এটা ডাঙৰ সমস্যা যেন হ'ল। এনেয়ে বৰ হুলস্থুলীয়া ঠাই মোৰ ভাল নালাগে। গতিকে ঠাই টুকুৰা হব লাগিব নিৰিবিলি, হওঁতে সুন্দৰো—প্ৰকৃতিৰ লয়লাসেৰে ভৰা। লগতে মোৰ গৱেষণাৰ নমুনা কেটামানো যদি আনিব পৰা যায় তেনেহলে এক গুলীত দুই পক্ষী চিকাৰ হব। বহুত ভাবি-চিন্তি কিলিং নদীৰ পাৰলৈকেই যোৱাটোকে ঠিক কৰিলোঁ। জানোঁ—কিলিঙৰ নাম শুনিলে ভণ্টিহঁত জপিয়াই উঠিব। কাৰণ, যোৱা কেইবছৰমান কিলিঙলৈ যোৱা প্ৰত্যেকটো দলৰে এজন বা দুজন হেৰোৱাৰ খবৰে তাত আৰু পিকনিক খোৱাৰ সাহস নোহোৱা কৰি দিছে। কিন্তু মোৰ কথা হ'ল—কিলিঙৰ কাষৰ হাবিডবাত অজস্ৰ অৰ্কিডৰ নমুনা আছে। যোৱাবাৰ অষ্ট্ৰেলিয়াৰ পৰা অহা বিশেষজ্ঞ দল এটাই সেই হাবি ভৰা পৃথিবীৰ ভিতৰতে 'অৰ্কিডৰ ভঁৰাল' বুলি অভিহিত কৰি গৈছে। তেওঁলোকে কিলিঙৰ পাহাৰত আৰু বহুত অদ্ভুত অদ্ভুত নমুনা পোৱাৰ বৃহৎ সম্ভাৱনাৰ কথা মোক নিজ মুখে কৈ গৈছে। অৱশ্যে তেওঁলোকৰো তেনে এটা দুৰ্ঘটনা হৈছিল। পাহাৰৰ মাজলৈ সোমাই যোৱা দুজন সহকাৰী বোটানিষ্টক তেওঁলোকে বিচাৰি নাপালে। বহুত যত্ন কৰিও কোনো চিন উলিয়াব নোৱাৰি তেওঁলোকে সহকাৰী দুজনক বাঘ বা তেনে কোনো হিংস্ৰ জন্তুই টানি নিয়া বুলি ভাবি থৈছিল। তথাপি বুধিৰে ভণ্টিক মান্তি কৰালোঁ যে কিলিঙতেই আমাৰ পিকনিক সুন্দৰ হব।

নিতান্ত ঘৰুৱা পিকনিক। কুলেন, ধন, লাচিত, মুকুল অপুল, মিণ্টু, জোনটি, জীতুমণিৰ এটা দল আৰু ভণ্টিৰ এটা দল। অকমাণি, চিকুণি আৰু মৰমীক লৈ ভণ্টিৰ দলটো সৰু। মোৰ কথা হ'ল—তহঁতে যি স্ফূৰ্তি কৰ কৰিবি। মই কুলেনক লৈ জংঘলত সোমাই কেটামান নতুন নমুনা আনিব পাৰিলেই হ'ল।

কিলিঙৰ পাৰতে বন বিভাগৰ ডাক বঙলাটো। বঙলাটো

বেছ আহল-বহল। পাহাৰথনলৈ মুখ কৰি থকা বাবে তাৰ দৃশ্যও অতি মনোৰম হৈছে। বঙলাটো থকাত খোৱা-লোৱাৰ ঠাই বিচাৰি হাবাথুৰি খাব লগা নহ'ল। চাহ একাপ খাই মই কুলেনক ইংগিত দিলোঁ ওলাবলৈ। আমি হাবিলৈ যাম বুলি জানি বঙলাৰ চকীদাৰজনো লগতে যাবলৈ ওলাল। ভালেই হ'ল—কৰবাত হাবি-জংঘল কাটিবৰ প্ৰয়োজন হব পাৰে।

কিছুদূৰ যোৱাৰ পিচত আমি কাৰোবাৰ করুণ আৰ্তনাদ এটা হাবিৰ মাজৰ পৰা ভাহি অহা শুনিবলৈ পালোঁ। চকীদাৰে ভয়তে বৈ গ'ল। সি ক'লে—'দেখিয়ে বাবু, এই হাবি বৰ বেয়া আছে। ভূত হ্যায় না, ভূত আছে। হমেশা একজন আদমী নিছে।...'

তাৰ কথাৰ পৰা মই বুজিলোঁ—হাবিত খৰি লুৰিবলৈ যোৱা নেপালীৰ প্ৰায়ে একো একোজন নোহোৱা হয়। চকীদাৰহঁতে চাইছে। নাই, একোকে ধৰিব আমি শুনাৰ দৰে চিঞৰ শুনি বহুতবাৰ হাবিত সোমাই বিচাৰি নোৱাৰে। জন্তুৱে আক্ৰমণ কৰা হলে এদিন নহয় এদিন ক'ৰবাত কিবা এটা চিন পালেহেঁতেন। সিহঁতে কিন্তু কোনো দিনেই কোনো শুংসূত্ৰ উলিয়াব পৰা নাই। আৰু আচৰিত কথা—সদায় দক্ষিণ-পশ্চিমৰ পিনে যোৱা মানুহহে নোহোৱা হয়।

মই কুলেনক বন্দুকটো একেবাৰে সাজু অৱস্থাত ঠিক কৰি ৰাখিবলৈ দি চকীদাৰক ক'লোঁ—'বলা, চকীদাৰ, আমি তেনেহলে সেইপিনেই যাওঁ।'

চকীদাৰে প্ৰথমতে অলপ আপত্তি কৰিলেও মোক বাধা দিব নোৱাৰিব বুলি ভাবিয়েই নেকি আগুৱাই গ'ল—'যো হুকুম জী। লেকিন হুছিয়াৰসে।'

এটা সম্পূৰ্ণ নতুন বাটে জুকলি কৰি আমি গৈ থাকিলোঁ। আঃ কি সুন্দৰ ঠাই। অত্যন্ত আচ্যবস্তু। বহুত মূল্যবান নমুনা বাটৰ চাৰিওকালে মোৰ চকুত পৰিল।

প্লুমেৰিয়া ইউকিউটি ফেলিয়া—'

ইয়াকেনিটাম নেচনেল—

বায়োনিয়া ডাইওইকা—

কলকিকাম অটামনেল ডেটুৰা ষ্ট্ৰামোনিয়ম···ইত্যাদি অজস্ৰ নমুনাৰ ভৰাল। আচৰিত কথা এই অঞ্চলত বিশেষ তেনে কোনো অৰ্কিড মোৰ চকুত পৰা নাই। কুলেনে বেছ ভাগৰ অনুভৱ কৰিছিল। চকীদাৰৰো লতা কাটি কাটি জিৰাবৰ মন গৈছিল। ময়ো বৰ আপত্তি নকৰিলোঁ। ফ্লাস্কত নিয়া কফি একাপ খোৱাৰ দিহা কৰিলোঁ। কফি কাপ হাতত লৈয়ে মই ইফালে-সিফালে চাই দেখিলোঁ—সেই অংশটো তেনেই বিষাক্ত গছৰ নমুনাৰে ভৰা। আমাৰ কাষতে প্ৰুনাচ লৰোচাৰেন্সচ আৰু চোলেনাম ডালকামৰাৰ শাৰী দেখিলোঁ।

কেইখোজমান আগুৱাই গৈ এটা সৰু পিতনি চকুত পৰিল। আঃ, কি সুন্দৰ দৃশ্য! মই কুলেনহঁতক মাতি নি দেখুৱালোঁ। সিহঁতো আচৰিত—পানীৰ মাজত সৰু সৰু গছ কিছুমান পোকৰ দৰে লৰচৰ কৰি আছে। মই সিহঁতক বুজাই দিলোঁ যে সেইবোৰ এক শ্ৰেণীৰ পতঙ্গভুক গছ—ইংৰাজীত তাক ইনছেক্টিভোৰাছ প্লাণ্টছ বোলা হয়। মই লক্ষ্য কৰি দেখিলোঁ সেইবোৰ ইউট্ৰিকিউলেৰিয়া ফ্লাভাৰিয়া।

হঠাৎ এজোপা লঠামূৰা সৰু বন গছ দেখিলোঁ। প্ৰায় চাৰি ইঞ্চিমান ওখ। পাত বা ফুল একোৱেই নাই। কেৱল চাৰিটা পাপৰি—নাৱঁৰ দৰে ঢৌ খেলোৱা তাৰ আকৃতি। দেখিবলৈ এটা 'এবষ্ট্ৰেক্ট ফৰ্ম' যেন লাগিল। নাওঁ চাৰিখনৰ মাজত মোৰ আঙুলি এটা বহাই দিলোঁ। লগে লগে পাপৰিকেইটা সংকুচিত হৈ ওপৰলৈ উঠি আহিল আৰু আঙুলিটো চেপি ধৰিবলৈ উদ্যত হ'ল। লাহেকৈ মই আঙুলিটো উঠাই আনি কুলেনক ক'লোঁ—'চোৱা, কি মেজিক!

আঙুলিটো উঠাই অনাৰ লগে লগে পাপাৰকেইটা ধমকি ৰৈছে। এতিয়া চিকাৰ নেপাই ইহঁত আকৌ আগৰ অৱস্থালৈ ঘূৰি যাব। ইহঁত আমাৰ তাত দেখা লাজুকী লতাৰ শ্ৰেণীয়া—'ছেন্‌ছিটিভ প্লাণ্ট'। ইয়াৰ বোটানিকেল নাম 'মাইমোচা পুডিকা'। কিন্তু আমি দেখা এই শ্ৰেণী আৰু বেছি সংবেদনশীল—ইয়াক আমি বোটানিত ভেনাচেচ্ ফ্লাইট্ৰেপ বোলোঁ।'

হঠাৎ কুলেনে ক'লে—'দাদা, সৌৱা চকীদাৰৰ কিবা এটা হৈছে' বুলি সি চকীদাৰৰ কাষলৈ দৌৰি গ'ল। আৰু দুয়ো একেলগে 'মৰিলোঁ ঐ' বুলি চিঞৰি উঠিল। দেখিলোঁ—দুয়োকো কিছুমান কাঁটা আৰু লতাই মেৰাই ধৰিছে। চকীদাৰৰ গাৰপৰা তেজো ওলাইছে। মই বুজিলোঁ—সিহঁত চিকাৰী-গছৰ আক্ৰমণত পৰিছে। মই তুৰন্তে ছুৰীখন উলিয়াই লতাডালৰ গুৰিটো বিচাৰি কাটি দিলোঁ। সমগ্ৰ কাঁটা আৰু লতা নিস্তেজ হৈ সিহঁতৰ গাৰ পৰা সুলকি পৰিল।

'আঃ, কি অদ্ভুত গছ! দুহাতেৰে জোৰ দিও লতাবোৰ এৰুৱাব নোৱাৰি।'—কুলেনে ক'লে।

'জী হাঁ, আমি পহলেভী এই ৰকম বিপদমে পৰিছোঁ। আমাৰ বাবুৱে বচাইছে।'

মই সুধিলোঁ—'চকীদাৰ, তুমি তালৈ গৈছিলা কিয়?'

'নহী জী, আমি যোৱা নাই। এই পেড়টো আমি দেখিছোঁ। এই যে সুন্দৰ পেড়টো।' এৰা, এডাল সুন্দৰ গছ! কলচীৰ দৰে অজস্ৰ ফুল ফুলি হুলি আছে। প্ৰায় দুই-তিনি ইঞ্চি দীঘল ফুল। ভালকৈ চাই দেখিলোঁ—সেয়া 'পিচাৰপ্লাণ্ট'—আমি তাক কলচীবৃক্ষ বুলিব পাৰোঁ।

'বুজিছা কুলেন, এই যে কলচীৰ দৰে ফুলটো, ইয়ে হ'ল গছ-জোপাৰ অস্ত্ৰ বা মুখ। তাত এবিধ ধুনীয়া আঠা আছে—জিকমিকাই থাকে। পখিলা, মৌ বা মাখিয়ে তাত মৌ বুলি আহি বন্দী হৈ

লয়। এবাৰ বন্দী হ'লে আৰু মুক্তি নাই। অলপ পিচত জঁকাটো সৰি পৰে। গছ-জোপাই পতঙ্গৰ গাৰ ৰস শুহি লয়।' আমাৰ সমুখতে কেটামান পখিলাৰ সেইদৰে পতন হ'ল।

অলপ দূৰ অকলে আগুৱাই গৈ কুলেনে চিঞঁৰিবলৈ ধৰিলে—'দাদা, তৎক্ষণাৎ আহক। এটা অতি অদ্ভুত দৃশ্য। আহক না, জল্‌দী, জল্‌দী ··।'

থৰথেদাকৈ গৈ দেখোঁ—হয়, সঁচাকৈয়ে অতি অদ্ভুত দৃশ্য। এটা বিৰাট শৰ পছু শূন্যতে ওলমি আছে। কাষত এজোপা বিয়াগোম গছ। ভালকৈ লক্ষ্য কৰি দেখিলোঁ—গছজোপাৰ পৰা অজস্ৰ শুং—ঠিক হাকোটোৰ দৰে ওলমি আছে; আৰু সেই শুং কিছুমানেই হৰিণাটো ক্ৰমান্বয়ে ওপৰলৈ তুলি নিব ধৰিছে। আমি অবাক হৈ চাই ৰলোঁ। আমাৰ কাৰো মুখতেই মাত নাই। অৱশ্যে মোৰ অনুমান ঠিকেই হৈছে। চাওঁতে চাওঁতে হৰিণাটো গছৰ ওপৰ পালেগৈ আৰু গাগছৰ মাজেদি এটা বিৰাট ফাক হৈ গ'ল। এটা স্বয়ংচালিত যন্ত্ৰৰ দৰে সেই ফাকৰ মাজেদি হৰিণাটো সোমাই পৰিল। মই তৎক্ষণাৎ কেমেৰাটোৰে কেইটামান স্নেপ ললোঁ। হৰিণাটোক সোমাই যোৱাৰ পিচতেই গা-গছডাল পুনৰ আগৰ দৰে ঠিক হৈ গ'ল। হাবিৰ দক্ষিণ-পশ্চিম অংশত থকা ভূতৰ ৰহস্য আৰু মোৰ বাবে আচৰিত যেন নালাগিল।

এই অদ্ভুত গছডালৰ কাণ্ড-কাৰখানাৰ কথা ভাবি থাকোতেই দেখিলোঁ—কুলেনে এডাল গছৰ তলত বহি ফুল বুটলিছে। মই তাক উভতি আহিবলৈ মাতিলোঁ। কিন্তু কি আচৰিত! সি উঠিব নোৱাৰে। সি ক্ষীণ মাতেৰে ক'লে—'দাদা, এই ফুলবোৰৰ ইমান গোন্ধ, মোৰ টোপনি ধৰি গৈছে।'

মনতে মই প্ৰমাদ গণিলোঁ। সেইবোৰ যে বিষ-ফুল। মই তুৰন্তে চকীদাৰক নাকত কাপোৰ বান্ধি মোৰ লগত আহিবলৈ

নিৰ্দেশ দিলোঁ। দুয়োজনে··ধৰা-ধৰিকৈ কুলেনক ধৰি উঠাই আনিলোঁ। তেনেভাবেই তাক কাষত পেলাই আমি আছি যেতিয়া বঙলাটো পালোঁ—বেলি নামিছেই। পলম কৰা বাবে ভণ্টিহঁতে খঙ কৰিলেহেঁতেন যদিও কুলেনৰ অৱস্থা দেখি আটায়ে তাক পৰিচৰ্য্যা কৰাতহে লাগিবলগীয়া হ'ল।



ছোৱালীবো যে খেয়াল !

জোনৰ প্ৰস্তাৱে মোক অবাক কৰি দিলে। পৃথিবীৰ ক'লৈকো নাযায় তেওঁ। মই বৰ মস্কিলত পৰিলো। যদিও এমাহৰ ছুটী লৈছোঁ, কাম কিছুমান ঘৰত নকৰিলে আমাৰ মহানগৰ আঁচনিৰ ৰূপান্তৰত বহুত পলম হব। তথাপি, জোনৰ কথা ৰাখিম বুলি প্ৰতিশ্ৰুতি দিছিলোঁ যে ! বহুত ভাবি চিন্তি এখন নতুন মহানগৰ চাই অহাৰ কথাকেই ভাবিলো।

ব্ৰোমকেশক মাতি আনি মহাকালখন এবাৰ চাই লব কলোঁ। ব্যোমকেশ আমাৰ অতি পুৰণি ড্ৰাইভাৰ। 'আজোককাৰ দিনৰ পৰাই আমাৰ ঘৰতে আছে। তাৰ আগতেই আমি জন্মিলো, ডাঙৰ হলোঁ,' এতিয়া মহাকালৰ মালিকো হলোঁ। ব্যোমকেশৰ কিন্তু

পৰিবৰ্ত্তন নাই। সি জীৱনত বিয়া নকৰালে। সি সদায় বিয়া কৰোৱা মানুহবোৰক পৰাশ্ৰয়ী মনোবৃত্তিৰ বুলি ঘিন কৰে।

ব্যোমকেশক প্ৰস্তুত হবৰ নিৰ্দেশ দি আমিও পোছাক পৰিধানত লাগি গলোঁ। মহাকাশলৈ যোৱা বিশেষ বিশেষ পোছাকৰ ট্ৰাঙ্কটো খুলি পোছাক বাছিলোঁ। মই এযোৰ মধ্য যুগৰ ৰাজকীয় পৰিধান উলিয়াই আনিলোঁ। আজি কিছুমান দিনৰ পৰা পৃথিবীৰ পুৰুষ সকলে প্ৰাচীন ৰীতি-নীতি আৰু কৃষ্টি ঘূৰাই আনিবলৈ সামূহিক প্ৰচেষ্টা চলাইছে। সময়ক ঘূৰ্ণ্যমান চকাৰ পৰিধিত আৱৰ্ত্তমান বুলি প্ৰমাণ কৰাৰ ই হেনো পুৰুষ সন্থাৰ বৈজ্ঞানিক পৰীক্ষা। আনহাতে, নাৰীসকল নিতে নিতে নতুন ফেছন উলিওৱাত অধীৰ। প্ৰথমতে ৰৰঘৰত, তাৰ পিচত মাজৰ ঘৰত, তাৰ পিচত···আৰু তাৰো পিচত··· একেবাৰে সমশেষত আহি যেতিয়া আলিবাট পায়হি, তেতিয়াই সেই ফেছনৰ হয় মৃত্যু। আকৌ এটা নতুন ফেছন সিপিনে ৰৰঘৰত আৰম্ভ হয়। এইদৰে জোনহঁতৰ জগতত ফেছনৰ নিৰবচ্ছিন্ন সোঁত বৈছে। কথাখিনি মই জোনক কবহে পালোঁ, উঃ ৰাম! মই আৰু তেওঁৰ সেই চণ্ডীমূৰ্ত্তি নাপাহৰোঁ!

"যোৱা, যোৱা, তোমাৰ মুখত সদায় নাৰী-বিদ্বেষৰ ধ্বনিয়েই উদগীৰণ হয়। এইদৰে জোকাই থাকিলে মই কিন্তু নাযাওঁ। যোৱা তুমি অকলে···" বুলি মুখখন এখন শাওণৰ আকাশ যেন কৰি বহি পৰিল।

"এই ছোৱালীবোৰ এনেকুৱাই। এনেয়ে মই কোৱা নাছিল। —তোমালোকৰ কাৰণে আটাইতকৈ সহজ কথা হ'ল চকুলো টোকাটো। এতিয়া উঠা। পিছোতে আৰু তোমাৰেই এৰুৱ লাগিব।"

এটা দুষ্টালিৰ মিঠা হাঁহি মাৰি জোন পোছাক পিন্ধাৰ কোঠালিলৈ গ'ল। হাতত এসাজ সৰ্বনতুন পোছাক।

এবা, ভ-১০০০ তেই বুটাম টিপা—ব্যোমকাইক নির্দেশ দি জোনৰ চকুত চকু থৈ তেওঁৰ মতামত বিচাৰিলোঁ। বেছ ধুনীয়া হাঁহি এটা মাৰিলে। বুজিলোঁ আপত্তি নাই।

আচলতে অলপ আগুৱাই চাই আহিবৰ মন গ'ল মোৰ। মোৰ কথা হ'ল—অতীতৰ কেছন বা কৃষ্টি উদ্ধাৰ কৰাৰ প্ৰচেষ্টা পুৰুষ জগতত বৰ বেছি ৰকমে আৰম্ভ হৈছে যদিও অন্তৰেৰে অতীতলৈ কোনেও উভতি চাব নোখোজে। এৰি অহা কাল সৰি পৰা ফুলৰ দৰে। সপ্ৰমাণ যুক্তিৰে প্ৰমাণিত হৈছে যে অতীত ঘুকটি চাবৰ ইচ্ছা কাৰোৰেই নাই। কাৰণ, অতীতক উভতি চালেই নিজৰ ভুলৰ হিচাপ স্পষ্ট হৈ ধৰা দিয়ে। আৰু আমাৰ মানুহৰ বহুতৰেই এটা অদ্ভুত প্ৰকৃতি—নিজৰ ভুল মানি লবলৈ বৰ টান পাওঁ। ভুল জানিও তাক ঢাকি ৰখাৰ কিটিপ আমাৰ সকলোৰে আছে। কিছুমানে কব খোজে—এই বাবেই আমি হেনো বুদ্ধিজীবি!

আৰু বৰ্তমাননো কাৰ ভাল লাগে! আমিতো আৰু সকলোৱে কবি বা দাৰ্শনিক নহও যে বৰ্তমানৰ জয়ঢোল কোবাই বিহাৰ কৰিম ভৱিষ্যতৰ বুকুত! আজি-কালি আমাৰ প্ৰায় সকলোৰে কাৰণেই বৰ্তমান মানে 'নাই'ৰ ডায়েৰী। আমি বৰ টেটিলাচ প্ৰকৃতিৰ। সেয়ে নাইৰ খতিয়ান সদায় সৰ্বাগ্ৰে আহি পৰে। ভৱিষ্যত বছ, কোনো কথা নাই—এখন সুন্দৰ আঁচনি টানি বহি থাকিলেই হ'ল। আমি কি পাম ভাবি ভাল নাপাওঁনে? পোৱাতকৈ পাব খোজাৰ প্ৰতি আগ্ৰহ সদায়েই অধিক। পোৱাৰ যি তৃপ্তি, পাবলৈ অপেক্ষাত ততোধিক। সম্ভবতঃ এই বাবেই আমি আঁচনিৰ আঁচনি কৰি আমাৰ মনৰ উকমুকনিবোৰ বন্ধ কৰোঁ। স্বপ্ন সদায়েই মধুৰ।...

মহাকালৰ গতি ক্ষিপ্ৰতকৈ ক্ষিপ্ৰতৰ হৈ আহিছিল। ওপৰলৈ, আৰু ওপৰলৈ, আকাশৰ পৰা আকাশলৈ আমি উঠি আছিলোঁ। আমি উৰিছিলোঁ মনৰ গতিৰে। মুঠি মুঠি বুটলিছিলোঁ শুভ্ৰ-শুকুলা

ভাৰৰ। ভাৰৰৰ পৰা ভাৰৰ—ভাৰৰবোৰ আমাৰ ভৰিৰ পৰা খহি পৰিছিল। জোনে মোক আউজী চকী কৰি খিলখিলাই হাঁহি মাৰি ভাৰৰ বুটলিছিল। মোৰ গালে-মুখে সানি দিছিল বাষ্পীয় ভাৰৰৰ কণা। আঃ, কি যে মসৃণ। বৃষ্টি-গৰ্ভ ভাৰৰ ইমান লাহী! তিৰবিৰকৈ জ্বলি থকা অগণন তৰাবোৰে যেন হাত বাউলী মাতিছিল। যিমানে উৰিছিল, তিমানে আঁতৰি গৈছিল সিহঁত। সিহঁতৰ পোহৰবোৰে আমাক বৰ আমনি কৰিছিল। কেবাটাও কাঁচি জোন এৰি গৈছিলোঁ। জোন আনন্দত অস্থিৰ হৈ পৰিছিল।

মই সুধিছিলোঁ—'হেই, কিমান দিন থাকিবা?'

'উঃ ঘূৰাৰ চিন্তা লাগিলে নে? আগেয়ে বাক গৈ পাওঁ। ঘূৰাৰ কথা পিচতো ভাবিম। তোমাৰচোন এমাহ ছুটী।'

আচল কথা জোনেই বহুত কিবাকিবি কল্পনা কৰিছিল। ছোৱালীয়ে সদায় অধিক ভাবি ভাল পায়। ওপৰত থাকিবলৈ তেওঁৰ আক মাৰ খুব আগ্ৰহ। মাই নিউ-মুনতে ঠাই এটুকুৰা লবলৈও দেউতাকক কেবাদিনো টানি অনুৰোধ কৰিছিল। দেউতাইও এক প্ৰকাৰ সন্মত হৈছিলেই। কিন্তু মোৰ আপত্তিতহে মন ঘূৰালে। মোৰ ভীষণ আপত্তি, পৃথিবী এৰি যাবলৈ মোৰ টান লাগে। পৃথিবীৰ প্ৰতি মোৰ এটি মোহ আছে। পৃথিবীক মই ভাল পাওঁ। ভাল পাওঁ এই বাবেই যে ইয়াত ইটো-সিটো বহুতো কামৰ আথৰাত সঁচাই-মিছাই ব্যস্ত হৈ থকাৰ থল বহুত বেছি। নিউ-মুনৰ সকলো কথাই নতুন। তাত এজন মানুহৰ কোনো কাম নাই। নিজে নিজৰ সকলো কাম কৰাৰ বাধ্যবাধকতা যদিও, তাত বুটাম টিপিয়েই সেইখিনি কৰা হয়।

তাত কৰ্মশক্তি মুনমানুহে যন্ত্ৰত বান্ধিছে। সিহঁতে নিজৰ ভাগ্য নিজে গঢ় দি লোৱা বুলি গৰ্ব কৰে। এনেকি তাত সিহঁতে নিজৰ প্ৰাণ-জন্ম-বীজো টেষ্ট টিউবত আবদ্ধ কৰিছে। সেয়ে তাত জন্ম-

নিয়ন্ত্ৰণ বৈজ্ঞানিকৰ হাতত। জনসংখ্যা লৈ হুলস্থূল সিহঁতৰ সমূলি নাই। 'বিকৃতাঙ্ক'ৰ মানুহো তাত সমূলি নাই। তাত সকলো পুৰুষৰ এক গঢ়; সেইদৰে নাৰীৰো এক গঢ়।

নিউ-মুনৰ কৃত্রিম-বৃহৎ নগৰৰ পৰিকল্পনা কিন্তু মোৰ ভাল নালাগে। এবাৰ মই নিজে তাত চৰকাৰীভাৱে গৈ যি দেখিছোঁ— সেই নগৰবোৰ সুপৰিকল্পিত হলেও বৰ ঘন ঘন। অৱশ্যে কুৰি কিলোমিটাৰ দীঘল নগৰৰ নমুনাটো মোৰ বেয়া লগা নাছিল। আৰু একপ্রকাৰ মোৰ খুব পছন্দ হৈছিল। অট্টালিকাৰ দৰে মডেলটো। অতি কমেও দুশ তলাৰ অট্টালিকা এটাৰ দৰে চহৰৰ ওপৰত চহৰ সাজি বৃহৎ নগৰ নাম দিছিল। নিউ-মুনত সকলো যান-বাহন মাটিৰ তলেৰে চলাচল কৰা বাবেই হয়তো এনেকুৱা নগৰ সাজিব পাৰিছে। অন্য এটা কথা অৱশ্যে প্রশংসা নকৰি নোৱাৰি—সিহঁতৰ সকলোবোৰ চহৰ-নগৰ শীত-তাপ নিয়ন্ত্রিত। এনেকি বিভিন্ন ঋতুও সিহঁতৰ বতৰ-বিজ্ঞানৰ কৰায়ত্তত। সেয়ে কিজানি মই যেতিয়া গৈছিলোঁ বিশ্বৰ বিভিন্ন গ্রহৰ মানুহৰ সমাগম দেখিছিলোঁ একমাত্র ঋতু পৰিবর্তন পাবৰ বাবেই। বিশেষকৈ ছমাহ গৰম ছমাহ শীত হোৱা গ্রহবোৰৰ যাত্রী আটাইতকৈ বেছি লগ পাইছিলোঁ।

জোনহঁতৰ দৰে আজিকালিৰ আধুনিকা, বিলাসপ্রিয় নাৰীৰ বাবে নিউ-মুন বৰ মজাৰ। কাৰণ, নিউ-মুনৰ ৰান্ধনি শালত গৃহিণীৰ কৰিব লগীয়া একো নাই—একদম স্বয়ংক্রিয়। ৰান্ধনীশালত প্রবেশ নকৰাকৈয়ে গৃহিণীয়ে তাত গৃহস্থ বা তেওঁৰ লৰা-ছোৱালীক খাদ্যৰ যোগাৰ ধৰিব পাৰে কেৱল বুটাম টিপিয়েই। মই থকা হোটেলখনত দেখিছিলোঁ—মূল ৰান্ধনীজনীয়ে এসপ্তাহৰ খাদ্যৰ মেনুখন তৈয়াৰ কৰি দিছিল। তাৰ পিচত তেওঁৰ সহকাৰী দুজনীয়ে সেই মতে তৰকাৰীপাতি ভিন ভিন ঠাইত ৰাখি গণকযন্ত্রৰ বুটাম টিপিছিল। ৰজাৰলৈকেও যোৱা নাছিল। ঘৰত থকা কোনতেই আয়েজিং

কৰি ছুপাৰ-মাৰ্কেটত বস্তু-বাহানিবোৰ দৰাই, তাত-ৰৈ থকা কোনত থকা আয়নাতেই চাই পছন্দ কৰি দিছিল। অলপ পাচতেই স্বয়ংক্রিয় প্রেৰক যানেৰে মালখিনি ৰান্ধনী ঘৰলৈ আহিছিল।

মই মূল ৰান্ধনীজনীক সুধিছিলোঁ—'এই যে বস্তুবোৰ এনেদৰে আহি গল, দাম কেনেকৈ দিলা ?'

'অ' আমাৰ ইয়াত তেনেকৈ নগদ ধন দিয়াৰ নিয়ম নাই। মূল্য দিয়াৰ কামো গণকযন্ত্রই কৰিব। আমাৰ হোটেলৰ মালিকৰ বেঙ্কত এটা একাউণ্ট আছে। প্রতি মাহে হোটেলত কিমান লাভ হয় তাৰ হিচাপতে বস্তুৰ দামবোৰ বাদ পৰি যায়।'

মাইঁতে কিন্তু নিউ-মুনৰ এই সকলোবোৰ কথা নাজানে। কেৱল এটা ঢৌ উঠিছে—নিউ-মুনত মাটি লব লাগে। কাৰণ, যোৱা দুই-তিনি বছৰ ধৰি এটা গুজৱ উঠিছে যে পৃথিবীৰ আয়ুস বৰকৈ কমি আহিছে। হঠাৎ কোনোবা দিনা মহাপ্রলয় হৈ পৃথিবী আকৌ পূর্বৰ চালুকীয়া অৱস্থা পাব পাৰে। মা আৰু দেউতাৰ হয়তো আৰু কিছু বছৰ ভোগ-বিলাস কৰিবৰ মন! কিন্তু জোনৰ কথা সুকীয়া। তেওঁ শুনিছে—নিউ-মুনত নতুন নতুন ফেছন ইমান ওলাইছে যে পৃথিবীক সিহঁতে মান্ধাতাৰ যুগত থকা বুলি হাঁহিব পৰা হৈছে। গতিকে তেওঁ 'মান্ধাতাৰ যুগ'ত থাকিব নোখোজে। মই হলে পৃথিবীৰ একসুৰীয়া জীৱনহে ভাল পাওঁ। জোনহঁতৰ দৰে আজি ইটো কালি সিটো, পৰহি বা আৰু অন্য এটা স্বাদ সলনি কৰাৰ ইচ্ছা নাই।

ইয়াৰ উপৰিও আৰু এটা প্রধান কাৰণ আছে—নিউ-মুনত মাটি নোলোৱাৰ। কাৰণটো অৱশ্যে ৰাজনীতি সম্পৰ্কীয়। মাইঁতে, এনেকি অত্যাধুনিকা সকলেও ইয়াৰ খবৰ ৰখা নাই। (আমাৰ তিৰোতাসকল এনেকুৱাই। সক্রিয় ৰাজনীতিত যোগদান কৰিবলৈ মুঠেও প্রস্তুত নহয়; অথচ ৰাজনীতিৰ নামত হুলস্থূল কৰি

ঘূৰি ফুৰিবলৈ একদম সাজু।) নিউ-মুনত যোৱাবাৰৰ পৰা পৃথিবীৰ মানুহক নাগৰিকত্ব দিয়াত যথেষ্ট কঠিনতা অবলম্বন কৰিছে। আগেয়ে বিশেষ কথা নাছিল। মাটিৰ লগে লগে নাগৰিকত্বও ৰেজিষ্টাৰ্ড হৈছিল। কিন্তু এতিয়া নহৈছে। লেঠা লাগিল যোৱাবাৰ নিৰ্বাচনত। মিঃ ফেছিষ্টে চন্দ্ৰৰ প্ৰাৰ্থীজনক ঠগালে। বিশ্ব জাতি সংঘৰ বাবে যোৱাবাৰ খুব জেদাজেদী হৈ গল। পৃথিবী আৰু নিউ-মুনৰ পৰা এজন সভ্য নিৰ্বাচিত হব। নিউ-মুনৰ প্ৰাৰ্থীজনে ভাবিলে—"মই নিশ্চয় জিকিম। কাৰণ, পৃথিবীত এতিয়া ডেমক্ৰেটৰ প্ৰিয়তা কমি আহিছে। তদুপৰি আমাৰ ভোটৰ সংখ্যাও পৃথিবীৰ ভোটৰ সংখ্যাৰ সমানেই যিহেতু, পৃথিবীৰ ফেনাটিকসকলে ইয়াত ভোট প্ৰদান নকৰে।" মিঃ জনমুনে (মুন নিউ-মুনৰ মানুহৰ প্ৰত্যেকৰে উপাধি। তাত নাগৰিকত্ব পোৱাৰ লগতে নিজৰ উপাধি সলাই 'মুন' উপাধি লবই লাগিব। তাত মাত্ৰ এটি জাতি। 'মুন-বংশ' অবশ্যে নামটো দি লৈছে। তাত মাটি নোলোৱাৰ ইও মোৰ তিনি নম্বৰ আপত্তি) ঠিকেই ভাবিছিল। তেওঁ আশা কৰা নাছিল যে মিঃ ফেছিষ্টে তেওঁক ঠগিব। শেষত ঠগিলে। ফেছিষ্টৰ ভোটটিৰ বাবেই জন মুন হাৰিল। বিশ্ব জাতিসংঘৰ সম্মানিত সভ্যৰ আসনখন হেৰুৱালে। গতিকে তেওঁ তাত প্ৰচাৰ কৰি দিলে যে পৃথিবীৰ পৰা অহা মানুহবোৰৰ বিশ্বাস নাই। সিহঁতে পৃথিবী এৰিও, পৃথিবীৰ প্ৰতি মোহ এৰিব পৰা নাই। নিউ-মুনত বাস কৰিও তেওঁলোকে নিউ-মুনৰ প্ৰতি আনুগত্য নেদেখুৱায়। জন তিমানতে ক্ষান্ত নহ'ল। এনেকি তেওঁ চৰকাৰক লগাই পৃথিবীৰ পৰা মানুহৰ আহ-যাহ কিছু কঠিন কৰি তুলিলে। নানান আহুকালৰ পথ উলিয়ালে। 'ভিছা' লব লগা হয়; কিমান দিন থাকিব, কিয় থাকিব ইত্যাদি নানান ব্যক্তিগত কথা ব্যক্ত কৰিব লগা হয়। তাতোকৈ দিগদাৰ হ'ল নাগৰিকত্ব পোৱাত। চন্দ্ৰত এবাৰ নাগৰিকত্ব ললে, পৃথিবীৰ লগত

সম্পৰ্ক প্ৰায় ছিন্ন কৰিব লগাৰ দৰেই হ'ল (যদিও মেখোঁখিকৈ তেনে কৰা নাই কিন্তু ইমান চৰ্ত মানি চলী কৰিব লাগে যে বস্তুতঃ পৃথিবীলৈ নাহোঁ বুলিয়েই চলী কৰা যেন হয়)। এইবিলাক ভাবি-চিন্তিয়েই মই জোন আৰু মাৰ প্ৰস্তাৱটিত গুৰুত্ব দিয়া নাই।

আমাৰ মহাকাল যান ইতিমধ্যে বহু দূৰ আগুৱাইছিল। বহুতো ৰঙা নীলা তৰা পাৰ হৈ গৈছিলোঁ। ঠিক যেন ককাইৰ দোকানত বেলুন কিছুমান আঁৰি থৈছে কোনোবাই। হঠাতে এটা অতি উজ্জ্বল তৰাৰ কাষেৰে যাওঁতে জোনাই ৰব নোৱাৰি (নতুবা মৌনতা ভংগ কৰো বুলি) সুধি পেলালে—"এইটো বাৰু কি তৰা? ইমান উজ্জ্বল—ই-মান!" মোৰো অলপ দিগদাৰ হ'ল। বহুত কথা ভাবি অহাত কোন পথেৰে কি কি পাৰ হলোঁ ভলকিবই পৰা নাছিলোঁ। মই মৌন যেন হৈ ৰোৱা দেখি আমাৰ ব্যোমকাই ক'লে—"ধ্ৰুব তৰা। পৃথিবীৰ পৰা দেখাত ইয়েই অতি উজ্জ্বল। কিন্তু ইয়াতকৈ উজ্জ্বল তৰা বহুত আছে। আমি গৈ দেখিম।" ব্যোমকেশ বুঢ়া আৰু যদিও উনবিংশ শতিকাৰ, তথাপি সৰ্বজ্ঞ সদৃশ। বুঢ়াৰ নতুন খবৰ সকলো নখদৰ্পণত। কাৰণ বুঢ়াই সদায় পঢ়া দেখো চন্দ্ৰৰ 'নিউজ আইটেম', বৃহস্পতিৰ 'টাইম' আৰু বিশ্ব জাতিসংঘৰ 'ইউনিভাৰ্ছ' পেপাৰখন। মাজে মাজে বুঢ়াই আপছোচ কৰে—"আমাৰ দিন বৰ 'ৰেকৰাৰ্ড' আছিল। মই আকৌ এবাৰ ডেকা হ'ব পাৰিলে! পিচে কথা নাই, সঞ্জীৱনী পিল কিছু মজুত ৰাখিছোঁ। ভাবিছোঁ নিজে একো কৰিব নোৱাৰিলে, চকু দুটাৰেই তৃপ্তি সাধন হওক।" কথাখিনি কৈ উঠি বুঢ়াই এটি দীৰ্ঘ নিশ্বাস পেলালে! জোনৰ হেনো বেয়া লাগিল বুঢ়াৰ কথাত। মই কিন্তু হাঁহি দিলোঁ।

গধূলি পৰত গৈ আমাৰ মহাকাল এঠাইত ৰ'ল। ব্যোমকেশে ক'লে—"আমাৰ নামিবৰ হ'ল। ভ১০০০ত ইয়াতকৈ আৰু আগুৱাব নোৱাৰি।"

জোনক হাতত ধৰি নমাৰ্লো। অলপ ক্লান্ত যেন লাগিছিল তেওঁক। তথাপি দেখাত তজবজীয়া যেন দেখুৱাই নামিল মোৰ হাতখনতে ভেঁজা দি। একেবাৰে নতুন ঠাই। ইয়াৰ আগতে হয়তো ইয়াৰ নামো শুনা নাই। আমি অলপ গুণাগথা কৰি থাকোঁতেই এজনী অতি ধুনীয়া ছোৱালী (কিন্তু পোছাক ল'ৰাৰ দৰে। লক্ষ্য কৰিছিলোঁ তাত পোছাকত ল'ৰা-ছোৱালী ধৰা টান। চুলি কোচা একে ধৰণে সজোৱা। সকলোৰ দীঘল চুলি। পিচত জানিব পাৰিলো তাত হেনো চুলিৰ বৰ দাম) আগবাঢ়ি আহি আকাৰে-ইংগিতে কিবা সুধিলে। আমি একো বুজা নাছিলো। তায়ো কথাটো ধৰিব পাৰিলে। তেতিয়া এজাপ কাৰ্ড উলিয়াই আমাৰ আগত দাঙি ধৰিলে। সেইবোৰ চিনাক্ত কাৰ্ড। মই পৃথিবীখন বাছি ললোঁ। তাই গুচি গ'ল। অলপ পিচত আন এজনী আধুনিকা মুখত আধা ফুলো হাঁহি এটি আঁকি লৈ আগবাঢ়ি আহি ক'লে—"ইণ্ডিয়ান। ইয়েছ, নমস্কাৰ।" আমিও প্ৰতি-নমস্কাৰ জনালোঁ। জোনক কিন্তু অলপ 'নাৰ্ভাছ' হোৱা যেন লাগিছিল কাৰণ ছোৱালীজনী তেওঁতকৈও বেছি ধুনীয়া। ব্যোমকেশ একেবাৰে নিৰ্বিকাৰ আছিল। তেওঁ পাইপ টানি মহাকাল এখন ভৰি দি এখন ভৰি মাটিত থৈ খুব আৰামেৰে কিবাকিবি ভাবি আছিল। কিন্তু হঠাতে আমাৰ কাষত থকা ছোৱালীজনী খঙত বিততি হৈ একপ্ৰকাৰ দৌৰাৰ দৰেই গৈ তেওঁৰ পাইপটো টানি আনি দলিয়াই দিছিল আৰু ফোপাই ফোপাই কৈছিল—"ছেঃ এইখিনি নাজানে। সোৱা গেটতে লিখা আছে চোন—'ধূমপান নিষেধ'। এতিয়াই সৰ্বনাশ হৈ গলহেঁতেন। আমাৰ পৌৰসভাৰ যি কোনো এজন সভ্যই দেখা হ'লে, হৈছিল আৰু! তেতিয়াই তেতিয়াই শেষ—মোৰ আৰু চাউল উকলিলহেঁতেন।" বুঢ়াই অলপো একো ভাব নেদেখুৱাই মাথো এটা এঙামুৰি মাৰি বানখনৰ ছিট এটাত বহিলগৈ।

ছোৱালীজনীয়ে আমাক এখন ৰেষ্টুৰাঁলৈ (অৱশ্যে মই অভি-প্ৰায়টি জনোৱাত) লৈ গ'ল। সুন্দৰ চাহঘৰ। চাহ বিচাৰিলোঁ। কিন্তু আচৰিত। মেনু চাই দেখিলোঁ—টৰ কিবাকিবি আছে; কিন্তু অদ্ভুত অদ্ভুত নাম: প্লেজাৰ স্কোৱাছ, স্লিপ-লিকাৰ, প্ৰোটিন-কাটলেট, ভিটামিন ছুপ···! পঢ়িবৰ আৰু ধৈৰ্য্য নহ'ল। এক প্ৰকাৰ 'নাৰ্ভাছ'ৰ দৰেই হলোঁ। জোনৰ মুখলৈ চালোঁ (সহায়ৰ আশাত)। ক'তা জোন নাই···বহুত দূৰত······স্বচ্ছ বাঁকচত অলঙ্কাৰৰ নমুনা চাইছে।

পিচত হোটেলত (হোটেলটিৰ নাম আছিল আৰোমা পেৰেদাইছ, নং ১৩; তাত হেনো সকলো হোটেলৰ নামেই 'আৰোমা-পেৰেদাইছ' —মাত্ৰ নম্বৰ বেলেগ বেলেগ। পৰিচালনা একেটা সস্থাৰ)। আজিহে গাইডজনীৰ পৰা সকলো কথা বিতংভাৱে জানিব পাৰিলোঁ। সেইটো এটি নতুন আন্তৰ্গ্ৰহ ছাব-ষ্টেচন। আমাৰ বিশ্বৰ নহয়। নতুন জগত। সুবিশ্ব। আমাৰ বিশ্বতকৈও বেছি দূৰপ্ৰসাৰী। তাত হেনো সকলো আদব-কায়দাও বেলেগ বেলেগ, আমাৰ বিশ্বৰ তুলনাত। সেয়ে চাহ-ঘৰত পানীয়বোৰ আছে, সেইবোৰে ইয়াত যথেষ্ট আলোড়ন তুলিছে। এটি নতুন মেডিকেল ইউনিটৰ পৰা সেইবোৰ ওলাইছে। বজাৰত বেছ চালু হেনো। খুব দুখ-যন্ত্ৰণাত থকা মানুহবোৰে হেনো প্লেজাৰ স্কোৱাছ বিচাৰে; তাতোকৈ বেদনাৰ্তবোৰে বিচাৰে স্লিপ-লিকাৰ। এইবিধ লিকাৰ হেনো পৃথিবীৰ মানুহে খুব বিচাৰে। ভাল এঘুমটি মাৰিব পাৰি হেনো এইবিধ পানীয় পান কৰি। মই জোনক সুধিলোঁ—"হু, আমিও স্লিপ-লিকাৰকেই পিওনে?" জোন জ্বলি উঠিল —"কিয় খাম? দুঃখ-যন্ত্ৰণাত ছাটি-ফুটি শান্তি বিচাৰিতো আমি ইয়ালৈ অহা নাই।" জোনৰ কথা শেষ নহওতে গাইডজনীয়ে কৈ উঠিল—"আলবাত ঠিক। ঠিকেই কৈছে। মধুচন্দ্ৰিকাত যেতিয়া··· আপোনালোকে প্লেজাৰ স্কোৱাছকেই খাওক। ৰ'ব এক মিনিট মাত্ৰ এ-ক···!" কথাখিনি কৈ কৈয়েই তাই ওলাই গ'ল।




খবৰটি হঠাৎ বাজি উঠিল, তাৰ 'ৰেকৰ্ডাৰ'টোত কিবা এটি বিচাৰি থাকোঁতে। আচলতে সি বিহুৰ প্ৰগ্ৰেম চাওঁ বুলি 'ৰেকৰ্ডাৰ'টো খুলি দিছিল। চাবি টিপোঁতে ভুল হোৱাত সি পৃথিবীৰ খবৰৰ সলনি বৃহস্পতিৰ খবৰ পালে।

চন ২৪৬৬। ১ এপ্ৰিল।

সিদিনাৰ দিনটো বিশেষ উল্লেখযোগ্য দিন। বৃহস্পতিত এটি নতুন গবেষণাগাৰ মুকলি কৰা হব। জিতুৱে অলপো অন্যমনস্ক নহল; বৰং বৃহস্পতিৰ সিদিনাৰ কাৰ্য্যক্ৰমণিকা জানিবলৈ সি ৰেকৰ্ডাৰটো ফুল ভলিউমত এৰি দিলে।

এই নতুন ধৰণৰ ৰেকৰ্ডাৰটো জিতুৱে সাজি উলিয়াইছে। উলিয়াবৰ বেছি দিন হোৱা নাই। ইও ৰহস্য। সি প্ৰায় ছমাহমান

ধৰি নিজৰ কোঠালিত সোমাই সোমাই কি কৰিছিল কোনেও একো উমানকে পোৱা নাছিল। সকলোৱে ভাবিছিল জিতুৰ কিবা এটা হৈছে। ঘৰৰ মানুহে ভাবিছিল ল'ৰাটো বলীয়া হৈছে : লগৰবোৰে ভাবিছিল জিতুই নিশ্চয় কিবা এটা নতুন আৰম্ভ কৰিছে। আৰু সঁচাকৈয়ে সকলোকে আচৰিত কৰি জিতুৱে যেতিয়া 'ভৱিষ্যত টেপ-ৰেকৰ্ডাৰ' আৱিষ্কাৰ কৰাৰ বাৰ্তাটি ঘোষণা কৰিলে, ঘৰখনত আনন্দৰ সীমা নোহোৱা হৈছিল।

কথাবোৰ শুনি শুনি জিতু বৈ গল। "তেল হল, সব তেল হল। এক এপ্ৰিল। হয় মঙ্গলবাৰ ( সি আঙুলিমূৰত গণি চালে ), ঠিকেই মঙ্গলবাৰ। ( অলপ ভাবি ) এৰা, আলোচনা চক্ৰ আছে সিদিনা নগলেও নহয়। ৰৰ আমোদজনক বিষয় : "পৃথিবীৰ কবিতাৰ ভৱিষ্যৎ। ছিঃ ছিঃ......( মুখত আঙুলি এটি থৈ জিতুৱে কিবা ভাবিলে আৰু ফোনটো হাতত লৈ )।

—হেলো, শুনচোন শুন...অ তই ডিলু নহয় নেকি ?

—চ'ৰি, আচ্ছা, অনুগ্ৰহ কৰি ডিলুক অলপ মাতি দিয়কচোন।

—অ, ডিলু ? মই জিতুই কৈছোঁ দেই—

—শুন ! এটা ইণ্টাৰেষ্টিং নিউজ—অহা মঙ্গলবাৰে

—আমি দুয়ো যে চন্দ্ৰলৈ যোৱা কথা আছিল...আলোচনা চক্ৰ...

—যাবি ৰহ, আগেয়ে শুনি ল'

—অ' অ'...তয়েই যাবি।

—মই কিয় নেযাম ? যাম।

—পিচে, ( অলপ কাণৰ ওচৰত খজুৱাই খজুৱাই সি কলে )

—মোৰ এটা নতুন এনগেজমেণ্ট্ ওলাল অ'।

—বৃহস্পতিত।

—অ'। যাম।

বাৰু! বাৰু! ঠিক আছে, তেন্তে তোক চন্দ্ৰত নমাই থৈ সেইথন হেলিকপ্টাৰকে লৈ মই যাম। (ফোনৰ 'ৰিচিভাৰ'টো থব খুজি আকৌ কলে) আৰে শুনচোন!—এটা কথা নহয়? আলোচনা চক্ৰৰ কথাবোৰ কিন্তু স্টেনো কৰি আনিবি। পেপাৰত ছপাব লাগিব নহয়?

...আচ্ছা...আচ্ছা। ও...কে।

ৰিচিভাৰটো নমাই থলে জিতুৱে। তাৰ খু-উ-ব স্ফুৰ্তি লাগিল। তুটি বিশেষ বাতৰি সি ছপাব পাৰিব এক এপ্ৰিলৰ পেপাৰত। এজন সাংবাদিক হিচাবে ইমানখিনি গৌৰৱ কেইজনে পায়!—সি নিজকে নিজে কৈ আত্মপ্ৰসাদৰ হাঁহি এটি মাৰিলে।

ৰেকৰ্ডাৰটো সি বন্ধ কৰি থলে। বৃহস্পতিত হব ধৰা প্ৰগতিৰ কথা ভাবিব ধৰিলে সি। বৃহস্পতিৰ বিজ্ঞানীবোৰৰ বুদ্ধিমত্তাত সি স্তম্ভিত নোহোৱাকৈও নাথাকিল। জিতুৱে মুখৰ ভিতৰত কৈ উঠিল: "সঞ্জীৱন পিল।" দিগদাৰ হল। বিশ্বত মানুহ নধৰা হৈছে তাতে আৰু এই সঞ্জীৱন পিল! জিতুৰ খং উঠি যায় এই সব বিজ্ঞানীৰ ওপৰত। তথাপি সি বৃহস্পতিৰ কথা সুঁৱৰি ভাল পালে। হঠাতে তাৰ মনত পৰিল মঙ্গলৰ নতুন আৱিষ্কাৰটিৰ কথা। সি মনে মনে ঠিক কৰি পেলালে।—

এইবাৰ আহোঁতে মঙ্গলৰপৰা "পিচ মেচিন" (Peace Machine) কেইটামান সি আনিবই। পৃথিবীৰ মানুহৰ মতে এই নতুন মেচিনবিধৰ চা-চিনাকি কৰি দিবৰ মন গল তাৰ। আচল কথা, মঙ্গলৰ পিচ-মেচিনৰ ব্যৱহাৰ সি ইয়াত কৰিব বিচাৰিছে। যোৱাবাৰ মঙ্গলৰ ঘটনাটো শুনি সি তাৰ পেপাৰত ডাঙৰ ডাঙৰ হৰফত বৰ্ণাইছিল পিচ মেচিনৰ গুণ। পিচত কেইজনমান মানুহে যেতিয়া তাক আহি ধৰিছিল মেচিনৰ ঠিকনা দিবলৈ, সি দিও দিছিল। কিন্তু চৰকাৰে মঙ্গলৰ লগত ট্ৰেড বন্ধ কৰি দিয়াত, পিচ-মেচিন পৃথিবীৰ

মানুহে আনিব নোৱাৰিলে। পিচে, এইবাৰ জৰুৰী-কালীন অৱস্থাত শান্তিৰ বাবে যি কোনো যন্ত্ৰপাতি বিদেশৰপৰা আনিবলৈ অনুমতি দিয়াত, দুই-এটি শান্তি-যন্ত্ৰ পৃথিবীলৈ নামি আহিছে। বিশেষকৈ মঙ্গলে আমাৰ চৰকাৰক উপহাৰ দিয়া যন্ত্ৰ কেইটি বেছ শক্তিশালী বুলি জিতুৱে শুনিছে। কিন্তু সি আশ্বস্ত হোৱা নাই। সি লিলিপুত শান্তি-যন্ত্ৰ কেইটিমান আনি সদায় কাজিয়া লাগি থকা সিহঁতৰ ঘৰখনতে ব্যৱহাৰ কৰি চাব খুজিছে।......

চন্দ্ৰত ডিলুক নমাই দি বাৰে বাৰে তাক আলোচনাচক্ৰৰ কথাবোৰ স্টেনো কৰিবলৈ নেপাহৰিবলৈ কৈ জিতুৱে পূৰ্ণ বেগত তাৰ হেলিকপ্টাৰ চলাই নিলে। বতৰ মেঘালি হৈ থকা বাবে সি অলপ আমনি পাইছিল যদিও, মেঘবোৰ কাটি যোৱাত তাৰ অলপো কষ্ট হোৱা নাছিল। সি জানি শুনিয়েই হেলিকপ্টাৰ-আলট্ৰা-খন নিছিল। সেইবিধ হেলিকপ্টাৰ নতুনকৈ ওলাইছে মাত্ৰ। সকলো বতৰতে চলাব পাৰি—বতৰ নিয়ন্ত্ৰিত। এই বিধ হেলিকপ্টাৰত স্পীডো-মিটাৰো নাই। ইচ্ছানুযায়ী বেগাই নিব পাৰি। সীমাবদ্ধ হিচাব একোৱে নাই। চলেও পৰমাণু শক্তিৰ সহায়তহে। কেৱল দিগদাৰ হ'ল মানুহ দুজনতকৈ অধিক যাব নোৱাৰি।

বৃহস্পতি গৈ পাওঁতে তাৰ অলপ পলম হ'ল। জিতুৰ অসন্তুষ্ট খং উঠিল ডিলুৰ ওপৰত। ডিলু যে কি ছোৱালীৰ নিছিনা লেনিয়া! পোছাকযোৰ পিন্ধি ওলাওঁতেই এপৰ লাগে। সি কত দিন যে ক'লে—'আৰু, সেই কুন্তলিকা পাউডাৰ আৰু তেলবিধ কিন অ'। এবাৰ ঘহিলে কমেও এবছৰলৈ হৈ যায়। শুনুনে সি—বুৰ্বক কাহেকাৰ—জিতুৰ সঁচাকৈ খং উঠে ডিলুৰ ওপৰত। কাৰণ বৃহস্পতি পলমকৈ পোৱাটো এটা বৰ অশোভনীয় কথা। তাত সি ইতিমধ্যে অন্যান্য প্ৰেছ ৰিপোৰ্টাৰ দুই এজনৰপৰা দুবাৰ এবাৰ শুনিলেই। যথা—"পৃথিবীৰ আদমী তো! সময়তকৈ সদায় এঘণ্টা পিচ পৰা।"

"দোষ নাই, ভাৰতৰপৰা আহিছোঁ। তেওঁলোকে এতিয়াও দ্বাপৰৰ শ্ৰীকৃষ্ণ নামৰ প্ৰেমবাবু জনকে পাহৰি যাব পৰা নাই।" ইত্যাদি···জিতুই আধা বুৰ্বকৰ, আধা বৈশ্যতা স্বীকাৰ ভূতৰপীয়া হাঁহি একোটি মৰাৰ বাহিৰে মনে মনে আৰু এটা কাম কৰিছিল—ডিলুক অজস্ৰ গালি।

ইতিমধ্যে সকলো নিমন্ত্ৰিত সভ্য চাহ মেলত বহিলগৈ। জিতুৱেও তাৰ নাম লেখা যথাস্থানত সভয়ে বহিল। তাৰ ভয়—ইয়াত বা আকৌ কি শুনোঁ। কিন্তু জিতুৰ সেই ভয় নিমিষতে বিস্ময় হৈ পৰিল। চাহ খোৱা, আদব কায়দা দেখি। তাৰ টেবুলত এখন বোৰ্ড আছে। তাত কিছুমান বিজুলি বুটাম আছে। বুটামৰ কাষতে লিখা আছে—বহুতো মিঠাইৰ নাম, বিভিন্ন পানীয়ৰ নাম। আৰু লিখা আছে: 'নিজ নিজৰ বাবে বাচক। জিতু বিপাঙত পৰিল। কি বাচে! অৱশেষত ঠিক কৰিলে—বৃহস্পতিত আহিছোঁ যেতিয়া ইয়াৰ খানাকেই খোৱা যাওক!'

আৰু জিতুৱে দুটা বুটাম একেলগে টিপি দি আৰামত বহি পৰিল।



# অজান বিভীষিকা

“তুমি ? তুমি ? নে তুমি ? নে কোন ? কোন সেই বিশ্বাসঘাতক ? কোৱাঁ ?”—দলপতি কুলেন্দুই আঙুলি টোৱাঁই টোৱাঁই প্ৰতিজন সঙ্গীকে প্ৰশ্ন কৰিলে। কুলেন্দুৰ প্ৰশ্নত ৰূঢ়তা। চকুত সন্ধানী দৃষ্টি। আৰু বাকী পাঁচোজন সঙ্গীয়ে তলমূৰ কৰি খোৱামেজত চকু ৰাখিছে। কি উত্তৰ দিব !! কোনে কাক সন্দেহ কৰিব ! প্ৰত্যেকেই বিশ্বাসী বন্ধু। বিশ্বাস ৰখাৰ চুক্তিপত্ৰত চহী কৰিছে প্ৰতিজনেই।…

সিহঁতৰ নীৰৱতাই যেন কুলেন্দুক আৰু বেছি জ্বলাই তুলিলে। দীঘল পাইপত এটা দীঘল শোহা মাৰি তেওঁ পুনৰ আৰম্ভ কৰিলে এজাউৰি প্ৰশ্ন—

“মুকুল ? কোৱাঁ—তোমাৰ অভিমত কি ?”

“অপুল ? তুমি লুকাই ৰখা নাইতো ?”

“মিণ্টু ? তোমাক বাক সন্দেহ কৰিব নোৱাৰোঁ নে ?”

"অনুপ—তোমাক মই সন্দেহ কৰা নাই। কিন্তু তুমি জানা যদি কৈ দিয়া নাই কিয়? কোৱাঁ সঁচা কোৱাৰ উপযুক্ত পুৰস্কাৰ বুলি জানাই।"...

"মুনীনক মোৰ ক'ব লগা নাই। সহ-দলপতি হিচাপে তেওঁ মোক সকলো কথাতে সহায় কৰা উচিত। মোৰ বিশ্বাস, এই গোপন তথ্য উদ্ঘাটনত শ্ৰীমুনীনে মোক নিতান্তই সহায় কৰিব।"...

কুলেন্দু বৰবৰা নোভালৈ যোৱা অভিযাত্ৰীদলৰ দলপতি। ইতিমধ্যে তেওঁলোকে তিনিটা বছৰ কটাই দিছে। পৃথিবীৰ পৰা অন্যগ্ৰহলৈ যোৱাৰ যি ধুমধাম উঠিছিল, তাত আমাৰ ভাৰতেও ভাগ নোলোৱাকৈ থাকিব নোৱাৰিলে। ভাৰত চৰকাৰৰ উদ্যমত বিজ্ঞানী কুলেন্দু বৰবৰাক দলপতি হিচাবে পূৰ্বাঞ্চলৰ পৰাও এটা সৰু ছজনীয়া দল নোভালৈ যোৱাৰ বাবে নিৰ্বাচিত হৈছিল। পূৰ্বাঞ্চলৰ এই দলটো সৰু হলেও গোপনীয়তা ৰক্ষা কৰি কাম কৰাত ইতিমধ্যে খ্যাতি অৰ্জন কৰিছে। ভাৰত চৰকাৰে সেয়ে কুলেন্দু আৰু তেওঁৰ দলৰ কাম দিছিল গোপন বিভাগত। নোভাৰ পৰ্বতীয়া অঞ্চলত ভাৰতৰ উপনিবেশ শক্তিশালী কৰাই আছিল দলটোৰ ঘাই কাম।

সঁচা ক'ব লাগিলে, যোৱা তিনিবছৰত কুলেন্দু আৰু তেওঁৰ দলে বিশেষ প্ৰগতিৰে কাম কৰিছে। দলপতি হিচাপে কৃতিত্ব আৰ্জি কুলেন্দুই যোৱাবেলি গণৰাজ্য দিৱসত 'ভাৰত-পুৰুষ'ৰ দৰে অতি-উচ্চ সন্মানৰ পদকো পাব পাৰিছে। কিন্তু চতুৰ্থ নতুন বছৰৰ আৰম্ভনিতেই যেন খেলি মেলি লাগি গ'ল। দলপতি বৰবৰা এক-ৰকম৹ নিৰুপায়ৰ দৰে হৈ পৰিছে। তেওঁৰ প্ৰশ্ন—কোনোৱা এজন নোভাৰ গুপ্তচৰ দলত সোমাইছে। সেই চৰ আঁতৰ কৰিব নোৱাৰিলে সকলো মিছা হ'ব। সকলো কৃতিত্বৰ জয়মাল্য মৰহি লেৰেলি যোৱা গন্ধহীন ফুলৰ মালা হৈ পেলনীয়া বাকচত ঠাই ল'ব। তেওঁৰ

ওপৰত অৰ্পণ কৰা দায়িত্বৰ আঁচনি নিষ্ফল হ'ব। কথাখিনি ভাবি থাকোতে কুলেন্দুৰ মুখ গৰম হৈ উঠিল। খণ্ডতে আকৌ এবাৰ সমুখত বহি থকা সঙ্গী পাঁচজনৰ প্ৰত্যেকৰে মুখলৈ চালে। তেওঁ অধৈৰ্য্য হৈ জোৰে জোৰে ক'লে—"এক। দুই। তিনি। চাৰি। পাঁচ। তোমালোক পাঁচোজন মোৰ দলৰ বিশ্বাসী অফিচাৰ। সকলো আঁচনিৰ কথা তোমালোকৰ বাহিৰে আৰু কোনেও নাজানে। তেনেহলে-তেনেহলে, এই যে বিশ্বাসঘাতকতা—তোমালোকৰ কোনোবাই কৰা নাই নে? কোৱা মুখ বন্ধ কৰি সাধুৰ দৰে থাকিলে নহব। ···মোৰ বিশ্বাস···বিশ্বাস নহয়, মই নিশ্চয় জানো। আমাৰ মাজত কোনোবা গুপ্তচৰ সোমাইছে। নোভাৰ মেয়ৰৰ পৰা ভাব ভেটি লৈ মোক প্ৰতাৰণা কৰা হৈছে।···ৰক্ষা নাই। তোমাৰ ৰক্ষা নাই। বন্ধু। কুলেন্দু বৰবৰাৰ হাতত সকলো অস্ত্ৰ আছে।" কুলেন্দুৰ উত্তেজনা ক্ৰমে বাঢ়ি গৈছিল। তেওঁ আৰু কিবা ক'লে-হেঁতেন। কিন্তু তেওঁৰ কথাত বাধা দি অপুলে ক'লে—"মহাশয়। আজি তেনেহলে এয়া আমাৰ বিশেষ বৈঠক। কিন্তু কি এনে বিশ্বাস-ঘাতকতা ঘটিছে? আমিচোন একো গমকে পোৱা নাই।"

"এৰা আমাৰ দলপতি কেৱল অস্থিৰহে হৈছে। আমাক একোকে কোৱা নাই। কি হৈছে, কিহৰ বাবে আমাৰ আঁচনিত খেলি মেলি লাগিছে—সকলো কওক, মহাশয়! তেনেহলে কিজানি আমিও সহায়···" মুকুলে কথা শেষ কৰিবই নেপালে। দলপতি বৰবৰাই কৃষ্ণমূৰ্তি ধাৰণ কৰিলে। খণ্ডতে দাত চেপি ধৰি, পাইপত শোহা দি ক'লে—"তোমালোকক সকলো কম। কবৰ বাবেই এই গোপন কক্ষলৈ মাতি আনিছোঁ। মোক উত্তৰ লাগে। উত্তৰ···" বুলি বুটাম এটা টিপি দিলে। লগে লগে পাঁচ পিয়লা কফি এখন থালত স্বয়ংক্ৰিয় ভাবে আহি উপস্থিত হ'ল। লগতে এটা গিলাচ। গিলাচত লেবুৰ ৰস।

"তোমালোকে কফি খাই লোৱা। মই চৰবৃত খাম। মোক চৰবত দৰকাৰ। কফি খোৱাৰ পিছত মোৰ কথা খুলি কম।" মিণ্টুৱে 'ধন্যবাদ' দি ৰবৰৰাক চৰবতৰ গিলাচটো দিলে আৰু বাকী কেইজনৰ প্ৰত্যেককে কফিৰ পিয়লা আগুৱাই দিলে। কফি খাই থাকোতে ৰবৰৰাই প্ৰত্যেককে লক্ষ্য কৰিলে। কিজানি কিবা প্ৰতিক্ৰিয়া ধৰা পৰেই।

প্ৰত্যেকৰে মুখত একে ভাব। যেন একোৱেই হোৱা নাই। যেন কুলেন্দুৰ বিকৃতিহে ঘটিছে। এনেকুৱা ভাব প্ৰকাশ কৰি কফিৰ পিয়লা উদং কৰিলে।

এইবাৰ কুলেন্দু থিয় হ'ল। পাইপত টান দি ছুবাৰমান এনেয়ে পায়চাৰী কৰিলে। তাৰ পিছত আৰম্ভ কৰিলে—"চোৱাঁ, আজি বাদে কালি আমাৰ বিহু সমাৰোহ। তোমালোকে জানা এইবাৰ বিহুত কেইটামান বিশেষ শ্বো দেখুৱাৰ কথা। ইতিমধ্যে নোভাৰ বাইজে মহাৰঙে সেই শ্বো চাবলৈ বৈ আছে। এনে অৱস্থাত এই হত্যা কাণ্ড—এই ছুজন শিল্পীক হত্যা কৰিলে কিয়? কেনেকৈ নোভাৰ বাইজে গম পালে যে শিল্পীছুজন আছিল বিজ্ঞানী? কেনেকৈ? আমাৰ মাজৰ পৰা খবৰটো নাপালে এই হত্যা হ'ব পাৰে বুলি ভাবানে? এয়া চোৱা এখন বেনামী চিঠি। তাত লিখিছে—'ৰবৰৰা, আপোনাক ধন্যবাদ। আপুনি অনা বিজ্ঞানী ছুজনক আমি সিপুৰীলৈ পঠালোঁ। আপোনাৰ তাত জমা থকা গেচবোৰ—যি গেচৰে আপুনি নোভাৰ আকাশত মেঘ ছটিয়াই নোভাৰ বাইজৰ মন ভুলাব খুজিছিল—অনুগ্ৰহ কৰি পেলাই দিয়ক। আমি পৃথিবীৰ মানুহৰ মন লব নোৱাৰোঁ। আপোনালোকৰ ছুতলীয়া মন আমাৰ একেবাৰে বে-পছন্দ।' এতিয়া কোৱাঁ মুকুল—বিশ্বাসঘাতকতাৰ প্ৰমাণ আৰু কিবা লাগিছে নে?"

ৰবৰৰা বৰ ক্লান্ত হৈ পৰিল। চিঠিখন পঢ়ি যাওঁতে তেওঁৰ

কপালত ঘাম বিৰিঙি উঠিল। মূৰকত আহি আৰাম চকীখনত দীঘল দি শুই পৰিল। কিন্তু বেছি সময় সেইদৰে থাকিব নোৱাৰিলে। উচপ্ খাই উঠাৰ দৰে উঠি পুনৰ আৰম্ভ কৰিলে—"মই এই বিশ্বাস-ঘাতকতা সহ্য নকৰোঁ। গুপ্তচৰ কোন মই বিচাৰি উলিয়ামেই। সময় দিছোঁ। নিজে নিজে স্বীকাৰ কৰা। নহলে—নহলে মূৰৰ খোলা উকৰাই দিম .....উকৰাই.... ."

"মাফ কৰিব মহাশয়। মই এটা কথা ভাবিছো। নহবও পাৰে। মোৰ বোধেৰে যদি শিল্পী দুজন কালি আহি পোৱাৰ পিছত নিজে নিজে ক'লে—জাহিৰ কৰিলে তেওঁলোক বিজ্ঞানী বুলি। তেনেহলে.. " অনুপে কৈ থাকোতে মুনীনে ক'লে—"ধেৎ, তোমাৰ ভাব তেনেই অমূলক! কালি তেওঁলোক ঘূৰিবলৈ যাওঁতে কেৱল নির্জন পথেৰেহে গৈছিল। বাইজৰ পথেৰে যাবলৈ মানা কৰা হৈছিল।"

"সেয়েহে মই আৰু আচৰিত। নির্জন পথেৰে আমি ছয়জনত বাহিৰে কোনো যাব নোৱাৰে। আৰু আমাৰ বিজ্ঞানী দুজন মৰি থাকিল সেই নির্জন পথৰ ওপৰতেই। ইয়াৰ পিছতো মই সন্দেহ নকৰিম নে আমাৰ মাজত গুপ্তচৰ থকা বুলি?" কুলেন্দুৰ কথাত আৰু বেছি উত্তেজনা প্ৰকাশ পালে।

দলপতিৰ কথা শুনি শুনি অনুপে যেন কিবা এটা ভাবিলে! মাজতে এবাৰ সকলৈকে কাঁহ মাৰি ডিঙিটো পৰিষ্কাৰ কৰি লোৱাৰ দৰে কৰিলে। বৰবৰাৰ কথা শেষ হোৱাত সি আৰম্ভ কৰিলে—"একদম সঁচা অনুমান। আমাৰ দলপতিয়ে যি সন্দেহ কৰিছে তাত মই একমত। মোৰ আৰু এটা ঘটনা মনত পৰিছে। যোৱাবাৰ পূজাৰ সময়ত ব্যোমযানৰ দুৰ্ঘটনা যটি উচ্চ-চূড়া-একত আমাৰ যিসকল বৰণীয় নেতাৰ মৃত্যু হৈছে—সিও হয়তো এক চক্ৰান্ত আছিল বুলি মোৰ মনত সন্দেহ হয়... ।"

"এৰা অনুপ, তোমাৰ সন্দেহ—সন্দেহ নহয়। একেবাৰে সঁচা। এয়া তাৰ প্ৰমাণ মোৰ লগতে আছে।" এই বুলি কুলেন্দুই এখন ভুভাঁজ কৰা কাগজ উলিয়াই পঢ়িবলৈ ললে—'প্ৰিয় মহাশয়—সবিনয় নিবেদন—আপোনাৰ বুদ্ধিত আমাৰ চকু খোল খাইছে। আমি যোৱা এশ বিশ হেজাৰ বছৰ ধৰি আমাৰ নোভেশ্বৰক মানি আহিছোঁ। এতিয়াও তাকেই কৰিব বিচাৰোঁ। সেয়ে আপোনাৰ শিক্ষাগুৰু কেউজনকেই আমি উচ্চ-চূড়া-একত থেকেচি মাৰিলোঁ। আৰু যেন শিক্ষাগুৰুৰ বেশত ধৰ্মপ্ৰচাৰৰ পাগুৱা নোভালৈ অনা নহয়। ধন্যবাদ।' চোৱাঁ কিদৰে নোভাৰ বাওঁপন্থীদলে আমাৰ এশ একুৰি ধৰ্ম প্ৰচাৰকক নিৰ্মম ভাবে হত্যা কৰিছে। এই ঘটনাতো আমাৰ মাজৰ কোনোবা লিপ্ত থাকিবই লাগিব। তেওঁলোকক যে ধৰ্মপ্ৰচাৰৰ কাৰণে অনা হৈছিল সেই কথা আমাৰ ছজনৰ বাহিৰে আন কোনেও নাজানে।"··· কুলেন্দুৰ খঙ যেন আৰু অধিক হৈছে। তেওঁৰ হাতত এইবাৰ এটা বন্দুক গৰ্জি উঠিল!···

"এয়া এটা গুলি ভৰা পিষ্টল। কুৰিশতিকাৰ পি-৩৮ মডেলৰ শক্তিশালী পিষ্টল। শুনা—ইয়াত ছটা গুলি আছে। তাৰে পাঁচটা ব্যৱহাৰ কৰিম মমবাতি পাঁচডাল নুমাবলৈ। আৰু ষষ্ঠটোৰে—অৰ্থাৎ অৱশিষ্টটোৰে তোমাৰ—তোমাৰ মানে বিশ্বাসঘাতক গুপ্তচৰজনৰ মূৰৰ খোলা···হাঃ—হাঃ—হাঃ—কুলেন্দুৰ স্থিৰতা হেৰোৱা যেন অনুমান হ'ল। বাকী পাঁচোজন গিৰিপ্‌কৈ থিয় হ'ল। কুলেন্দু যেন নিঃসহায়।

এতিয়া শুনা—তোমালোকৰ ভিতৰত কোন সেই নোভাৰ গুপ্তচৰ মই পত্‌কৈ উলিয়াম। ভাবিছা কেনেকৈ? অতি সহজে। সামান্য এটা উপায়েৰে। এই যে অলপ আগতে কফি খুৱাইছোঁ—তাৰে, তাৰে বন্ধু।···তোমালোকে আমাৰ ডাঃ গজেন্দ্ৰ শৰ্মাৰ আবিষ্কাৰৰ কথা জানাই নিশ্চয়। তেওঁক নোভালৈ নিছিলোঁ মই। মোৰ

উদ্দেশ্য আছিল নোভাৰ মানুহ আৰু পৃথিবীৰ মানুহৰ মাজত কি তফাৎ জনাটো। দেখাত, আচৰণত আৰু শৰীৰৰ গঠনত একদম একে। কিন্তু মোৰ সন্দেহ কিবা এটা বিষয়ত অন্ততঃ গ্ৰহ দুটাৰ মানুহৰ মাজত পাৰ্থক্য ওলাব। ডাঃ শৰ্মাই মোৰ ইচ্ছানুসৰি বহুত শ্ৰম কৰি এই কাৰ্য্যত সফল হয়। তেওঁ নোভাৰ এক মৃতকৰ গাত তেওঁৰ আবিষ্কৃত দ্ৰবণ বেজীৰে সুমুৱাই দি দেখিলে—নোভাৰ মানুহৰ একমাত্ৰ তফাৎ চকুদুটাত। ইয়াৰ মানুহৰ চকু আমাৰ পৃথিবীৰ মানুহৰ দৰে হলেও ডাঃ শৰ্মাই আবিষ্কাৰ কৰা দ্ৰবণ দেহত প্ৰবেশ কৰালে চকু দুটা মেকুৰীৰ চকুৰ দৰে আন্ধাৰত জিলিকি উঠে। সেই দ্ৰবণৰ গুণ বাৰঘণ্টালৈ থাকে! ডাঃ শৰ্মাই মোক কিছুমান দ্ৰবণৰ বটল দি গৈছিল। তোমালোকে খোৱা কফিত মই সেই দ্ৰবণ মিহলাই দিয়াইছোঁ। গতিকে বন্ধু! মই মমবাতি নুমাই দিয়াৰি লগে লগে চকুত বিচাৰি পাম সেই গুপ্তচৰ; সেই বিশ্বাসঘাতক।"

কথাখিনি শেষ কৰি কুলেন্দুই এটা এটাকৈ গুলি মাৰি পাঁচোভাল মমবাতি নুমাই দিলে। তাৰ পিছত পিষ্টল টোৱাঁই নিজৰ আসনলৈ আহি চকু থলে সমুখত থিয় হৈ থকা অপুল মুকুল মিণ্টু, অনুপ আৰু মুনীনলৈ। চালে—আৰু চালে। কুলেন্দুই যেন নিজকে বিশ্বাস কৰিব পৰা নাই। ঘামি-জামি জুৰুলা হ'ল। তেওঁৰ সমুখত এজোৰ নহয়, দুজোৰ নহয়, পুৰা পাঁচজোৰ মেকুৰীৰ চকু ট'টকৈ আন্ধাৰত জিলিকি আছে। কুলেন্দুৰ হাতৰ পিষ্টল খহি পৰিল। ক্ষীণ-দুৰ্বল মাতেৰে ক'লে—"তোমালোক-তোমালোক আটাইকেইজনেই…"

—এৰা বন্ধু, আমি আটাইকেইজনেই নোভাৰ গুপ্তচৰ। তোমাৰ সঙ্গী পাঁচজন পৃথিবীৰ কৌশলী গুপ্তচৰ—অপুল-মুকুল-মিণ্টু-অনুপ আৰু মুনীনৰ ৰূপত আমি•নোভা নং ১, ২, ৩, ৪ আৰু ৫। হেৰা পৃথিবীৰ—অসমৰ শ্ৰেষ্ঠ "ভাৰত-পুৰুষ", এতিয়া বুজিলা নে তোমাৰ কৌশলে তোমাকেই বান্ধিছে।……সান্ত হোৱা। তুমি তোমাৰি·

সঙ্গীৰ স'তে শান্তিৰে শুই থাকা। নোভাৰ দেশত পৃথিবীৰ মানুহৰ অজান বিভীষিকাৰ নতুন পৰ্বৰ সূচনা হ'ল...”

গুকম্ গুকম্ পাঁচবাৰ পাঁচটা পিষ্টলৰ গুলি সশব্দে গৰজি কুলেন্দুৰ শীতল দেহ ভেদ কৰি গ'ল।



# অন্য তৰঙ্গ

বিজনে খুব মনোযোগেৰে শুনি আছিল। বিজন বিচাচ স্কলাৰ। তেওঁৰ মনোযোগিতাত আগন্তুকজনৰ মুখখন কিবা এক প্ৰশান্ত জ্যোতিৰে উজ্জ্বল হৈ উঠিছিল। মানুহজনৰ কথা-বতৰা, আনকি চেহেৰাতো কিবা এটা আচৰিত ভাব ফুটি উঠিছিল।

: বুজিছে, আপনি চতুৰ্থ বেধৰ ওপৰত গৱেষণা কৰি থকা বুলিয়েই কথাটো আপোনাক কবলৈ আহিলোঁ। আপুনি হয়তো বিশ্বাসেই কৰিব পৰা নাই। কিন্তু ইচ্ছা কৰে যদি মই ঘটনাটো আপোনাক দেখুৱাই দিব পাৰোঁ।

: এৰা, মোক জনাই ভালেই কৰিছে। তাৰ বাবে আপোনাক ধন্যবাদ। কিন্তু......

: বুজিছো; বুজিছো। আপুনি এতিয়াও ঘটনাটোৰ সত্যকাৰ

বিষয়ে সন্দিহান হৈয়ে আছে, নহয় ? ঠিক আছে, মোৰ সৈতে আপুনি কেইটামান দিনৰ বাবে ওলাওক। স্বচক্ষে সকলো কথাৰ প্ৰমাণ লৈ আহিব।

: মোক ভাবিবলৈ সময় দিয়ক। আপুনি যদি কাইলৈ এবাৰ ফোনটা ধৰে, মোৰ সিদ্ধান্ত জনাই দিব পাৰিম। ৰ'ব, আপোনাৰ নামটোতো জনাই হোৱা নাই !

: মোৰ নাম জটায়ু বাজপেয়ী। আহোঁ বাৰু আজিলৈ······

সেইদিনা আবেলিয়েই বিজন বৰুৱাই বন্ধু জয়ন্তক পুৱাৰ সকলো ঘটনা বিবৰি কৈছিল।

: ঘটনাটো বৰ আমোদজনক সঁচা, কিন্তু মানুহজনৰ অদ্ভুত ধৰণৰ কথা-বতৰা আৰু আচৰণৰ বাবে তেওঁৰ এটা কথাও বিশ্বাস কৰিবলৈ মন নাযায়হেঁচোন।

: তথাপিও তই যদি মান্তি হৱ, তোৰ লগতে ময়ো যাব পাৰোঁ। আচলতে নতুন এক আমোদ পোৱাৰ আশাত উত্ৰাৱল হৈ জয়ন্ত আনন্দত বিভোৰ হৈ পৰিছিল।

: কিন্তু মানুহজনৰ বিষয়ে একোৱেই যে নাজানো ! আনকি তেওঁৰ মগজুৰ সুস্থতাৰ সম্বন্ধেও মোৰ সন্দেহ। পুৱাই আহি কোনো পাতনি নোহোৱাকৈয়ে যেনেকৈহে কথা আৰম্ভ কৰিলে !

: বিজন কিছু সময়ৰ বাবে মৌন হৈ ৰৈছিল।

: একো নহ'লেই যেনিবা, কেইটামান দিন সুন্দৰকৈ ঘূৰি ফুৰি আহিবতো পৰা যাব।

জয়ন্তৰ একান্ত ইচ্ছাক বিজনে আৰু কোনো যুক্তিৰে বাধা দিব নোৱাৰিলে।

বিজনহঁত গৈ গৈ গণ্টকৰপৰা প্ৰায় পাঁচিশ মাইল উত্তৰ-পূৱত এখন হাবিৰ মাজত উপস্থিত হ'ল। তাতেই সিহঁতে জীপ থৈ পৰলৈ

আৰু প্ৰায় ছমাইলমান খোজ কাঢ়ি যোৱাৰ পিচত হাবি পাতল হৈ আহিল। বিজন আৰু জয়ন্তই তাৰপৰা অলপ দূৰত এখন পাহাৰৰ ধূসৰ প্ৰতিকৃতি লক্ষ্য কৰিলে। তেতিয়া সন্ধ্যা হওঁ হওঁ। সিদিনাৰ তম্বু টনাৰ দিহা তাতেই কৰিলে। গোটেই দিনৰ অক্লান্ত পৰিশ্ৰমৰ শেষত সেই নিশাটো কেতিয়ানো পাৰ হ'ল, টলকিবই নোৱাৰিলে। পিচদিনা পুৱাই আকৌ সিহঁতৰ যাত্ৰা আৰম্ভ হ'ল। অদূৰৰ অনামী পাহাৰখনৰ নামনি পায়গৈ মানে বেলি মূৰৰ ওপৰ পাইছেহি।

পাহাৰখন থিয়, শিলামর। ওপৰলৈ উঠাৰ কোনো উপায় নাই। বাজপেয়ীয়ে গহীন স্বৰেৰে ক'লে—"এই পাহাৰখন পাৰ হ'লেই আমি আমাৰ গন্তব্যস্থান, মানে সেই উপত্যকাটো পামগৈ।"

ঃ বাৰু, আমি আগেৰে ঘূৰি যাব পাৰোঁ নেকি! এই ফালেৰেতো বগাব নোৱাৰিম? ইমান থিয়!!—বিজনে ক'লে।

ঃ উহুঁ, কোনো লাভ নহ'ব। আপুনি নাজানে, এই পাহাৰখনে চাৰিওফালে উপত্যকাটো এনেকৈয়ে ঘেৰি আছে। বগাই যাবলৈ কেনিও বাট নাই। কিন্তু যোৱা বছৰ মই আহোঁতে এটা মাথোঁ বাট আবিষ্কাৰ কৰিছিলোঁ। সেই ফালেদিয়েই চাওঁ বলকচোন। অলপ হাঁহি জটায়ুৱে উত্তৰ দিলে।

পাহাৰখনৰ নামনিয়েদি প্ৰায় এমাইলমান খোজকাঢ়ি যোৱাৰ পাচত বাওঁফালে এটা বাট চকুত পৰিল। পাহাৰখনৰ সেই ডোখৰেই আটাইতকৈ চাপৰ ঠাই। সেই বাটটোৰেই সিহঁতে আগুৱাবলৈ ধৰিলে। অলপদূৰ গৈয়েই স্তম্ভিত হৈ গ'ল বিজন আৰু জয়ন্ত। শিলে শিলে জোৰা লগাই এটা সুন্দৰ খট-খটী সজাই থোৱা আছে।

চাৰিওফালে কেৱল পাহাৰ। ওপৰৰপৰা উপত্যকাটোৰ সম্মুখৰ অংশটো মাত্ৰ দেখা যায়। বাকীখিনি হাবিয়ে ঢকা। আগলৈ ক্ৰমে এঢলীয়া হোৱা বাবে সিহঁতে নামি যোৱাত কোনো অসুবিধা নাপালে। লগৰ বস্তুবোৰক তাতেই তম্বু টানিবলৈ কৈ বিজন, জয়ন্ত আৰু

জটায়ু হাবিৰ মাজেৰে আগবাঢ়িল। অতি দূৰত এটা সৰু একাবেঁকা পথ সিহঁতৰ চকুত পৰিল।

: সম্ভৱতঃ এই পথটোৰেদি কোনোবা শ্বাপদ অহা-যোৱা কৰে। জয়ন্তই সৰু ৰাস্তাটো নিৰীক্ষণ কৰি ক'লে।

: ময়ো তেনেকৈয়ে ভাবোঁ—জটায়ুৱে সামান্য হাঁহি ক'লে।

সিদিনা কিন্তু বহু চেষ্টা কৰিও জটায়ুৱে বাট বিচাৰি নাপালে। শেষত নিৰাশ হৈ উভতি আহিল।

পিচদিনা ৰাতিপুৱা! বিজন অকলে ওলাই গৈছিল। বাকীবোৰ তেতিয়াও ঘোৰ টোপনিত। হাবিৰ মাজে মাজে গৈ বিজনে অনুভৱ কৰিলে, কোনোবাই যেন তেওঁৰ পিছে পিছে আহি আছে। তেওঁক যেন অনুসৰণ কৰিছে।

এবাৰ বৈ চাৰিওকালে চকু ফুৰাই বিজনে চাই ললে। নাই, কোনো নাই। বিজন আকৌ আগবাঢ়িল। কিন্তু কি আচৰিত! শুকান পাতৰ ওপৰত আকৌ খোজৰ শব্দ। তেওঁ বৈ গ'ল। সন্ত্ৰস্ত হৈ চকু ফুৰালে চাৰিওফালে। নাই, কোনো নাই। তেওঁৰ অনুমান হ'ল—কোনোবাই যেন কাষৰ জোপোহাৰ আঁৰ লৈ তেওঁৰ সমানে সমানে খোজ দি আগবাঢ়িছে। বিজনৰ সমস্ত দেহ-মন জুৰি এটা অস্বস্তি আৰু সন্দেহৰ ভাৱ বিয়পি পৰিল। তেওঁ এটা জোপোহাৰ আঁৰেৰে জুমি চাবলৈ চেষ্টা কৰিলে। লগে লগে সেই গৈ থকা শব্দ সবেগে মিলি গ'ল হাবিৰ মাজত। বিজনৰ সন্দেহ বাঢ়িল। অস্বস্তি গভীৰতৰ হ'ল। তেওঁ ভাবিলে, আৰু আগবঢ়াটো উচিত নহ'ব। বিজনে ঘূৰোঁ বুলি স্থিৰ কৰোঁতেই দেখিলে সম্মুখত থিয় হৈ আছে এটি অদ্ভুত প্ৰাণী; আৰু বিজনৰ চকুৱে চকুৱে পৰোঁতেই সেই অদ্ভুত জন্তুটো অদৃশ্য হৈ গ'ল। বিজনৰ প্ৰতিভাৰ নোম থিয় হৈ উঠিল। এক গভীৰ বিস্ময় আৰু কৌতূহলত মুখখন তাৰ পাণ্ডুৰ হৈ গ'ল!

বিজনে ভাবিবলৈ চেষ্টা কৰিলে। কিবা এটাৰ স'তে যেন সেই

জন্তুটোৰ বিশেষ সাদৃশ্য আছে। কিন্তু কিহৰ স'তে? নিজকে বহুবাৰ প্ৰশ্ন কৰিলে। এৰা পকৰা। সৰু সৰু ক'লা পকৰাৰ স'তে এই জন্তুটোৰ আচৰিত মিল আছে। ঘূৰি অহাৰ গোটেই বাটছোৱাত বিজনে তাকেই চিন্তা কৰি আছিল। জন্তুটো সাত আঠ ফুট ওখ। সন্মুখত চুড়াল বিশাল শুং। ৰঙটো ক'লা। শৰীৰত এটা স্বচ্ছ আৱৰণ। সেইবোৰ ভাবি ভাবি কেতিয়া যে বিজনে আহি তম্বু পালেহি কবই নোৱাৰে। জয়ন্তৰ কথাতহে সম্বিৎ ফিৰাই পালে।

ঃ কি অ'? এই পুৱাই অকলে অকলে কলৈ গৈছিলি?

ঃ অলপ ফুৰি আহিলোঁ। ( মনত আকৌ সেই অদ্ভুত জন্তুটোৱে উকি মাৰিলে।)

পিচত জয়ন্ত আৰু জটায়ুৰ আগত বিজনে পুৱাৰ সকলো কথা বিৱৰি ক'লে। ঘটনাটো শুনাৰ পাচত জটায়ুৱে ক'লে : এই অদ্ভুত প্ৰাণীটোক দেখুৱাবৰ বাবেই আপোনাক ইয়ালৈ লৈ আহিছোঁ। মোৰ স্পষ্ট ধাৰণা, চতুৰ্থবেধক যেন সম্পূৰ্ণ নিজৰ বশলৈ আনিছে ইহঁতে। সময় যেন সম্পূৰ্ণভাবে ইহঁতৰ আয়ত্তৰ অধীনত। তাৰ মানে? ধৈৰ্য্য ধৰক। সময়ত সকলো দেখিব।—কথাখিনি কৈ জটায়ুৱে অদ্ভুত ধৰণে হাঁহিবলৈ ধৰিলে।

হাবিৰ মাজে মাজে গৈ আছে এইবাৰ জটায়ু, জয়ন্ত আৰু বিজন। জটায়ুৱে বাট দেখুৱাই নিছে। এক প্ৰশান্ত নীৰবতাৰ কোলাত যেন বননিখন শুই আছে। কৌতুহল আৰু সন্দেহৰ ঢৌ অন্তৰত লৈ সিহঁতো নীৰবে আগবাঢ়ি আছে। অলপ দূৰৰ পৰা ভাহি অহা 'ধাপ' 'ধাপ' শব্দ সিহঁতে শুনিবলৈ পালে। জয়ন্তই প্ৰথমে শুনি ইহঁতক ক'লে। আটাই কেইজনে এইবাৰ সেই শব্দ অনুসৰণ কৰি আগ-বাঢ়িবলৈ ধৰিলে। এমাইলমান খোজ কঢ়াৰ পাচত বননিখন এঠাইত শেষ হৈ গ'ল। সন্মুখত অলপ মুকলি ঠাই। তাৰ পাচত এটা টিলা।

শব্দটো তেতিয়ালৈ স্পষ্ট শুনা গৈছিল। সিহঁতে ভালকৈয়ে

ধৰিব পাৰিলে, শব্দটো টিলাটোৰ সিটোফালৰ পৰাই আহিছে; সিহঁত টিলাটোৰ ওপৰত উঠিলগৈ। তাৰ পৰা সিহঁতে দেখিবলৈ পালে এক অদ্ভুত দৃশ্য। বিস্ময়ত সিহঁতৰ গাৰ নোম থিয় হৈ উঠিল। মুখৰ কথা মুখতে ৰ'ল। সঘনাই মুখৰ ৰং সলনি হবলৈ ধৰিলে।

সেই হাবিৰ মাজত এখন সৰু চহৰ গঢ়ি উঠিছে আৰু তাক সাজিছে বিজনে পুৰা দেখা সেই অতিকায় পৰুৱাবোৰে। ঘৰবোৰ ঘূৰণীয়াকৈ সজা। ছাই ৰঙৰ কোনো ধাতৰ পদাৰ্থৰে তৈয়াৰী যেন অনুমান হ'ল সিহঁতৰ।

একেজাতীয় অসংখ্য জন্তুৱে অতি ক্ষিপ্ৰতাৰে কাম কৰি আছে। বিৰাট এটা পিষ্টনৰ সহায়ত এটা ডাঙৰ খুটা মাটিত পুতিব ধৰিছে। তাৰেই শব্দ সিহঁতে দূৰৰপৰা শুনিবলৈ পাইছিল। বিজনে এটা কথা লক্ষ্য কৰিলে: এই জন্তুবোৰে যন্ত্ৰ পৰিচালনাহে কৰিছে মাত্ৰ। সেইবোৰ স্বয়ংক্ৰিয় যন্ত্ৰ। নিজে নিজে কাম কৰি গৈছে। বিজনে ভাবিলে, ইহঁত নিশ্চয় অন্য কোনোবা গ্ৰহৰ প্ৰাণী। হয়তো ইয়াত সাময়িক আশ্ৰয়ৰ ব্যৱস্থা কৰিছে। তেনেতে জয়ন্তই চিঞৰি উঠিল: সেয়া চা। বিজন আৰু জটায়ুৱে চকু ঘূৰাই দেখিলে কিছুদূৰত এটা যন্ত্ৰৰ ছয়ামযা প্ৰতিকৃতি। যন্ত্ৰটো যেন স্বচ্ছ। তাৰ ভিতৰেৰে সকলো দেখা পোৱা যায়! কিন্তু কিছুসময়ৰ আগতে সেইটো তাত নাছিল। তাৰ পাচত দেখা গ'ল যন্ত্ৰটো যেন ক্ৰমে স্পষ্ট হৈ উঠিছে, আৰু স্বচ্ছতা লাহে লাহে কমি গৈছে। কিছুসময়ৰ পাচত সেইটো এটা বেলব ডবাৰ দৰে দেখা গ'ল, তাৰ এটা অংশ ফাঁক হৈ গ'ল আৰু ওলাই আহিল কেইটামান অতিকায় পৰুৱা। সিহঁতে চাই থাকোঁতেই এই ঘটনাটো ঘটি গ'ল। জটায়ুৱে বিজনক লক্ষ্য কৰি ক'লে: ইহঁতৰ কথাকে আপোনাক কৈছিলোঁ। যোৱাবাৰো মই এই একে ঘটনাকে দেখিছিলোঁ। তেতিয়া মনত সন্দেহ উপজিছিল।

আজি মই নিশ্চিত হ'লোঁ। মোৰ ধাৰণা, ভৱিষ্যতৰ কোনোবা অনাগত যুগৰ নিবাসী ইহঁত। সেয়া যে দেখিছে···

জটায়ুৰ কথা শেষ হবই নাপালে। ওচৰতে এটা বেলুন ফুটাৰ দৰে শব্দ হ'ল। ঘূৰি চাই দেখিলে—অলপ দূৰত এটা প্লাষ্টিকৰ দৰে কিবা বস্তু পৰি আছে। উগ্ৰ এমোনিয়াৰ গোন্ধ এটা আহি নাকত লাগিল। মূৰটো ৰিমঝিম কৰিব ধৰিলে। সম্মুখলৈ চাওঁতেই চকুত পৰিল, এটা আচৰিত ধৰণৰ যন্ত্ৰৰপৰা কেইটামান জন্তুৱে কেপচুলৰ, দৰে কিবা এটা সিহঁতৰ ফালে নিক্ষেপ কৰিছে। সিহঁত বুজি পালে, এই অদ্ভুত প্ৰাণীবোৰে সিহঁতৰ উপস্থিতি অকণোকে ভাল পোৱা নাই।

ঃ বুজিছ বিজন, আমি ইয়াৰপৰা এতিয়াই আঁতৰি যোৱা উচিত। নহলে সিহঁতে আমাক আক্ৰমণ কৰিব।

সিহঁতৰ সঁচাকৈয়ে ভয় লাগিছিল।

উভতি আহি বিজন আৰু জয়ন্তই সেই অদ্ভুত দৃশ্যৰ কথাকে পাগুলি এখন মেজৰ দুকাষে বহিছিল। মেজখনৰ ওপৰত মেলি লৈছিল সেই অতিকায় পৰুৱা কেইটামানৰ তোলা ছবি এখন। চিন্তিত মনে বিজনে কৈ গৈছিল ঃ

প্ৰথমে সিহঁতক অন্য এক গ্ৰহৰ বাসিন্দা বুলিয়েই ভাবিছিলোঁ। কিন্তু পাচত ধাৰণা হ'ল, জটায়ুৰ কথাই হয়তো ঠিক। সিহঁত অনাগত যুগৰ প্ৰতিনিধি। হঠাতে গৰ্জি উঠা সেই যন্ত্ৰটো হয়তো সিহঁতৰ 'টাইম মেচিন।' আজিৰপৰা বহু বছৰৰ পাচত কোনোবা সময়ত যদি আমি নিশ্চিহ্ন হৈ যাওঁ, আমাৰ অস্তিত্ব যদি ইতিহাসৰ খতিয়ান হয়, এই পৰুৱাৰ দৰে প্ৰাণীবোৰেই হয়তো আমাৰ উত্তৰাধিকাৰী ৰূপে পৃথিৱীত বাস কৰিব। পৰুৱাৰ জীৱন আৰু সমাজ-ব্যৱস্থা কেনে প্ৰণালীবদ্ধ তাক সকলোৱে জানে। গতিকে এই প্ৰাণীবোৰে যদি

কোনোবা দিনা পৃথিৱীত একচ্ছত্ৰতা লাভ কৰে তাত আচৰিত হ'বলগীয়া হয়তো একাকেই নাথাকিব।

কেইদিনমানৰ পাচত বিজন আৰু জয়ন্ত কৌতূহল বশতঃ পুনৰ গৈছিল সেই দুৰ্গম ঠাইলৈ। কিন্তু কি আচৰিত! সেই অদ্ভুত প্ৰাণীবোৰ, চহৰখন, সিহঁতৰ যন্ত্ৰপাতিবোৰ একোৱেই নাই তাত! অ'ত ত'ত কিছুমান ভগ্নাৱশেষ মাথো সিঁচৰিত হৈ পৰি আছে। যেন মহাপ্ৰলয়ৰ ধ্বংসলীলা চলি গৈছে সকলোপিনে !!

বিজনৰ চিন্তাশীল মনটোৱে কিন্তু ইয়াক দুৰ্ঘটনা বা প্ৰাকৃতিক দুৰ্যোগ বুলি ভাবিবলৈ টান পালে। সি তাৰ নিজৰ ধাৰণা জয়ন্তক শুনালেঃ বুজিছ, মানুহৰ দৃষ্টিয়ে ঢুকি নোপোৱা ঠাইত সিহঁতে সেইবোৰ গঢ়ি তুলিবলৈ পাঙিছিল। কিন্তু আমি সকলোবোৰ দেখি পেলোৱাত হয়তো সিহঁতৰ পৰিকল্পনা বিফল হ'ল। সেয়ে নিজৰ সৃষ্টি নিজেই ধ্বংস কৰি পেলালে সিহঁতে।

জয়ন্তই মাথো ভাবিলেঃ সঁচাকৈ সিহঁত অনাগত যুগৰ প্ৰতিনিধি আছিল নেকি বাৰু ? ? * * *



# ব্ৰহ্মাস্ত্ৰ

সন্ধ্যাৰ ছায়াঘন এন্ধাৰত ঘৰখন তেনেই নিৰ্জন। চিন্তাত মগ্ন হৈ আছে এটা বিশেষ পৰিকল্পনাৰ প্ৰধান বৈজ্ঞানিক ডক্টৰ জেমচ্ গ্ৰাহাম। তেওঁ সেই প্ৰিয় চকীখনতে বহি আছে। কোনো শব্দ হোৱা নাছিল ঘৰখনত। মাত্ৰ কাষৰ কোঠালিৰ লৰাটোৱে ছবি চাই লুটিওৱাৰ দুটি এটি খচ্ খচ্ শব্দ শুনা গৈছিল মাজে মাজে। আৰু একো নাছিল—নিচুক আৰু নিস্তব্ধ!

নিয়মিত দৈনিক কাম-কাজ কৰি নিজৰ এন্ধাৰ কোঠালিত এইদৰে বহি থকাটো তেওঁৰ বাবে প্ৰকৃত কামৰ সময়। এইখিনি সময়তে তেওঁ সৃষ্টি লীলা চিন্তাবোৰ কৰে। কিন্তু আজি, আজি ৰাতি তেওঁৰ মনে আৰু কাম কৰিব নোৱাৰে, নকৰে। বাৰে বাৰে মনত পৰিছে তেওঁৰ একমাত্ৰ সন্তানটিৰ কথা, কাষৰ কোঠালিত থকা ল'ৰাটিৰ কথা। কাষৰ কোঠালিত বহি আছে সি। কিছু বছৰ আগতে তেওঁ যেতিয়া এই

ল'ৰাটিৰ অৱস্থা বুজি পাইছিল, সিদিনা কি যে এক তীব্ৰ যন্ত্ৰণাই খুলি খুলি খাইছিল তেওঁক। আজি কিন্তু তেওঁৰ সেই যন্ত্ৰণাৰ চিন্তা ছাপ নাই। আজি মাথো আচ্ছন্ন হৈ আছে তেওঁৰ মন এক প্ৰবল স্নেহৰ ৰাগীৰে। ল'ৰাটি যে সুখী এয়া জানো আটাইতকৈ ডাঙৰ কথা নহয়? সি চিৰকাল শিশু হৈ ৰব। সি কোনো দিনে ডাঙৰ নহব। সি কোনো দিনে তেওঁক এৰি নাযাব। এনে এটি সন্তান কেইজনৰ ভাগ্যত ঘটে। অৱশ্যে বুদ্ধিৰে বিচাৰ কৰাতহে এনে সন্তোষ এটি মনলৈ আহিছে আৰু বুদ্ধিৰে বিচাৰ কৰাতেই বা ক্ষতি কি, যিহেতু···।

দুৱাৰত ইলেকৃট্ৰিক বেলৰ সংকেত বাজি উঠিল।

হলটোৰ ভিতৰেদি দুৱাৰৰ পিনে আগবাঢ়ি যোৱাৰ আগেয়ে গ্ৰাহামে অন্ধকাৰময় ঘৰটোৰ লাইটবোৰ জ্বলাই দিলে। আজি ৰাতি, এইখিনি সময়ত বিৰক্ত হোৱা যেন তেওঁৰ পক্ষে অসম্ভৱ। তেওঁ কেৱল চিন্তাশূন্য হৈ থাকিবলৈ বিচাৰিছিল আজিৰ ৰাতিটো।

দুৱাৰখন খুলি দিলে তেওঁ। অচিনাকি মানুহ এজন ঠিয় হৈ আছিল, ক'লে—"আপুনিয়েই নিশ্চয় ডক্টৰ গ্ৰাহাম। মোৰ নাম নিমাণ্ড। আপোনাৰ লগত দুষাৰ কথা হব খোজোঁ। নোৱাৰিম?"

ডক্টৰ গ্ৰাহামে অচিনাকি মানুহজনক চাই ললে এবাৰ। চুটি-চাপৰ, অদ্ভুত চেহেৰাৰ মানুহ এজন। কিন্তু বিনয়ী। সম্ভৱ খবৰ কাগজৰ ৰিপৰ্টাৰ; নহলে, ইন্সিওৰেঞ্চৰ দালাল।

গ্ৰাহামে ক'লে—(অলপ ভাবি)—"নিশ্চয়; ভিতৰলৈ আহক।" মনতে ভাবিলে তেওঁ—অলপ বেলেগ চিন্তা কৰিলে, মনটো অলপ পাতল পাতল লাগিব।

"বহক, একাপ কফি···"

"ধন্যবাদ, মই একোকে নাখাওঁ" বুলি কৈ বহি পৰিল মিঃ নিমাণ্ড। গ্ৰাহামো বহিল নিজৰ চোকাত।

হাতৰ ওপৰত হাত বান্ধি নিমাণ্ড হালি পৰিল অলপ আগলৈ।

তেওঁ ক'লে—"ডক্টৰ গ্ৰাহাম, পৃথিৱীত বিজ্ঞান চৰ্চাৰ ফলৰ পৰিণামৰূপে মানুহজাতি টিকি থকাৰ সমস্ত আশা ধূলিসাৎ হোৱাৰ উপক্ৰম হৈছে—আপুনি নিশ্চয় মানে ; আৰু ইও ঠিক যে, ইয়াৰ বাবে সৰ্বাধিক দায়ী আপুনি নিজে। নহয়নে ?"

গ্ৰাহাম অলপ চিন্তিত হ'ল। ভাবিলে—ভাল মানুহৰ লগত পৰিলো। মানুহজনক বহিবলৈ কোৱাৰ আগেয়ে সোধা উচিত আছিল তেওঁৰ সকামৰ কথা। পলম হ'ল এইখিনি ভাবোতে। হয়তো তেনেই অস্বস্তিকৰ হব, এই মানুহজনৰ কথাবোৰ। ৰূঢ়তা গ্ৰাহামে সমূলি ভাল নেপায়। কিন্তু উপায়ো নাই। এনেকুৱা ক্ষেত্ৰত আত্মৰক্ষাৰ একমাত্ৰ উপায় ৰূঢ়তা।

"ডক্টৰ গ্ৰাহাম, আপনি যি অস্ত্ৰ লৈ গবেষণা কৰিছে..." মানুহজন বৈ গ'ল। মূৰ ঘূৰাই দেখিলে শোৱা কোঠাৰ দুৱাৰখন খুলি সোমাই আহিছে এটা ল'ৰা। বয়স হয়তো পোন্ধৰ-ষোল। ল'ৰা-টোৱে কিন্তু নিমাগুক লক্ষ্য কৰা নাই। চিধাচিধি গ্ৰাহামৰ কাষ পালেগৈ।

"দেউতা, তুমি মোক এতিয়া পঢ়ি শুনাবা ?"—চাৰি বছৰীয়া অবোধ শিশুৰ দৰেই এটি হাঁহি মাৰি সুধিছে পোন্ধৰ বছৰীয়া কিশোৰটিয়ে।

গ্ৰাহামে ল'ৰাটোক এখন হাতেৰে সাবটি লৈ নিমাগুৰ মুখলৈ চালে। আৰু ভাবিলে—তেওঁ বা ইয়াৰ বিষয় জানেনে নেজানে ! কিন্তু নিমাগুৰ মুখত জানিবলৈ লেশমাত্ৰও কৌতূহল নেদেখি বুজি পালে, তেওঁ নিশ্চয় ইয়াৰ বিষয়ে সকলো জানে।

"হেৰি," মৰম কৰি কৰি ক'লে, "যোৱা এতিয়া তুমি। মই ব্যস্ত আছো নহয়। অলপমানি অপেক্ষা কৰা। তুমি তোমাৰ কোঠালৈ যোৱা। এতিয়া মই গৈ তোমাক পঢ়ি শুনাম। যোৱা...।"

"মোক কিন্তু মুৰগী পোৱালীৰ সাধুটো পঢ়ি শুনাব লাগিব।"

"শুনাম, তোমাৰ যি ভাল লাগে, তাকে শুনাম। এতিয়া যোৱা। অলপ পৰ বোৱাগৈ। বাৰু চোৱা, এওঁ নিমাগু।"

অচিনাকিৰ পিনে চাই হেৰিয়ে এটি লাজ লাজ হাঁহি মাৰিলে।

"কি খবৰ হেৰি কোৱাচোন ?"—নিমাগুে সুধিলে।

কথাখিনি কৈ কৈ হাতখন আগবঢ়ালে হেৰিৰ পিনে। গ্ৰাহাম এতিয়া নিশ্চিত হ'ল যে নিমাগুে তেওঁৰ পুত্ৰৰ সকলো কথা জানে। দেখাত ডাঙৰ হলেও মনৰ বয়সত শিশু হৈ আছে, তাৰ স্পষ্ট ইঙ্গিত এটি হেৰিৰ হাঁহিত ফুটি উঠিল।

নিমাগুৰ হাতখন নিজৰ হাতত তুলি ল'লে হেৰিয়ে আৰু নিমাগুৰ কোলত উঠিবৰ উপক্ৰম নৌ কৰোতেই পিতাকে পিছলৈ টানি আনিলে আৰু ক'লে—"হেৰি, তুমি এতিয়া যোৱা, তোমাৰ কোঠাত থাকাগৈ।"

জপিয়াই জপিয়াই ওলাই গল হেৰি। দুৱাৰখনো বন্ধ নকৰিলে গ্ৰাহামৰ চকুত নিমাগুৰ চকু পৰিল। তেওঁ ক'লে—"ল'ৰাটিক ভাল লাগিছে মোৰ।" অতি আন্তৰিকতাৰ সুৰ এটি বাজি উঠিল নিমাগুৰ কণ্ঠত। আৰু ক'লে তেওঁ—"আশাকৰো আপুনি তাক যি পঢ়ি শুনায়, সেয়া যেন সকলো সময়তে সত্য হয়।"

গ্ৰাহামে বুজি পালে তেওঁৰ ইঙ্গিত। নিমাগুেই ক'লে পুনৰ—"মই সেই মুৰগী পোৱালীৰ সাধুকেইটা বুজাইছো। বৰ ভাল গল্প। কিন্তু..."

ল'ৰাটিক ভাল লগা বুলি কোৱাত নিমাগুক বৰ ভাল লাগিল গ্ৰাহামৰ। তথাপি নিমাগুক সোনকালে বিদায় দিয়াৰ কথা তেওঁ ভাবিলে। তেওঁ থিয় হ'ল, আৰু ক'লে—"ভাবিছোঁ, এইদৰে থাকি আমি দুয়ো দুয়োৰে সময় নষ্ট কৰিছো। মিঃ নিমাগু, মই জানো আপনি কিবোৰ যুক্তি দেখুৱাব। হেজাৰ বাৰ শুনি আছো সেই একেবোৰ কথাকে। হয়তো, আপোনালোকৰ বিশ্বাসো মিছা নহয়। কিন্তু তাতে

বা ক্ষতি কি! মই এজন বৈজ্ঞানিক। মোৰ পৰিচয় ইমানেই। সকলোৱে হয়তো জানে মই এবিধ অস্ত্ৰ আবিষ্কাৰ কৰাৰ চেষ্টাত আছোঁ, শেষ অস্ত্ৰ। বিজ্ঞানক মই এইদৰে আগুৱাই নিছো! এই প্ৰগতিৰ পথত এই অস্ত্ৰৰ আবিষ্কাৰ পৰোক্ষ ফল মাত্ৰ। মই ভাবি চাইছো, বুজিছোঁ, যে বিজ্ঞানক আগবঢ়াই নিয়াৰ দায়িত্ব মোৰ আছে; মোৰ জীৱন এই বাবেই।"

"কিন্তু ডক্টৰ গ্ৰাহাম, মানুহ জানো যোগ্য হৈছে সেই শেষ অস্ত্ৰ পাবলৈ?"

গ্ৰাহামৰ ভ্ৰূ কোঁচ খাই গ'ল। তেওঁ ক'লে—"মিঃ নিমাও, আপোনাক কব লগা মোৰ শেষ।"

নিমাও বহাৰ পৰা উঠিল।

"ঠিক আছে; আপুনি যদি মোৰ লগত আৰু এই বিষয়ে কথা নাপাতে, তেনেহলে মোৰ কব লগা একো নাই। মানে—মই আৰু একোকে নকও—"

কপালখন খজুৱাই খজুৱাই নিমাওে ক'লে—"তেন্তে মই যাওঁ ডক্টৰ গ্ৰাহাম। পিছে, হু-ই···"

"নিশ্চয়, নিশ্চয়" গ্ৰাহামৰ বিৰক্তি দূৰ হ'ল হুইস্কিৰ নামত। গ্ৰাহাম ভিতৰলৈ সোমাই গ'ল। এবটল হুইস্কি, এটা পাত্ৰত পানী, বৰফ কেইটুকুৰামান আৰু গ্লাছ দুটি লৈ আহিল।

কিন্তু নিমাও নাই। অলপ পিছত ল'ৰাটিৰ শোৱা কোঠাৰ পৰা ওলাই আহিল। তাৰ আগতে গ্ৰাহামৰ কাণত পৰিল—"গুড নাইট হেৰি।"

"গুড্ নাইট, মিঃ নিমাও।" গ্ৰাহামে পানীয় প্ৰস্তুত কৰিলে। কিন্তু নিমাওে আপত্তি কৰিলে দ্বিতীয়বাৰ গ্ৰহণ কৰিবলৈ। যাবলৈ উদ্যত হ'ল তেওঁ। যোৱাৰ আগতে ক'লে—"ডক্টৰ, আপোনাৰ ল'ৰাটিৰ বাবে এটি ক্ষুদ্ৰ উপহাৰ আনিছিলো। দি দিছোঁ তাক,

আপুনি হুইস্কি আনিবলৈ যোৱাৰ ভিতৰতে। আশা কৰো, বেয়া পোৱা নাই।”

“নাই, নাই। ধন্যবাদ। গুড্‌নাইট।”

“গুড্‌নাইট।”

দুৱাৰখনত খিলি লগাই দিলে গ্ৰাহামে। তাৰ পিছত হেৰিৰ কোঠালিলৈ সোমাই গ'ল।

“হেৰি, মই তোমাক এতিয়া সাধু শুনাম··· ।”

হঠাত ঘামি উঠিল ডক্টৰ গ্ৰাহাম। জোৰ কৰি স্বভাবপ্ৰস্তুত হব খুজিছে তেওঁ। আৰু বিছনাৰ কাষত গৈ ক'লে—“হেৰি, চাও দিয়া, সেইটো।” হাতত তুলি লোৱাৰ লগে লগে কঁপি উঠিল তেওঁ। খং আৰু ক্ষোভত ৰঙা পৰি গল ডক্টৰ গ্ৰাহাম। মনে মনে কৈ উঠিল— “অপৈনত মস্তিষ্কৰ জড়দগৱ এজনৰ হাতত গুলিভৰা ৰিভলভাৰ এটি দিয়াটো পাগলামিৰ বাহিৰে আৰু কি হব পাৰে !!”



কথাষাৰ শুনাৰ লগে লগে সম্ৰাটৰ গাত তত নোহোৱা হ'ল। খং আৰু ক্ষোভত অতিষ্ঠ হৈ মন্ত্ৰীয়ে চিঞৰি উঠিল, "ক, তই দেখিছ ? সঁচাকৈ দেখিছ, সিহঁতে গাহৰি সাজিছে ?"

"হয় হুজুৰ। মই নিজ চকুৰেই দেখি আহিছোঁ সিহঁতে সাইলাখ গাহৰি সাজিছে।" কথাখিনি কৈ দূতজন আঁতৰি গ'ল। আচল কথা সম্ৰাটৰ চকুত ট ট কৈ জ্বলি উঠা অগ্নি ফিৰিঙতি দেখি সি ভয় খাইছিল।

"আঃ, কি দুদিন। সৌ সিদিনা কোৱান-চি আছিল এখন ভেনেই সৰু চহৰ। পাহাৰটোৰ সিপাৰে তাৰ অস্তিত্বই বা আছিল কিমান। কিন্তু আজি কোৱান-চি জনাৰণ্য। এখন পূৰ্ণ পৰ্য্যায়ৰ চহৰ। আৰু— আৰু সিহঁতে সাজিলে এখন বিৰাট প্ৰাচীৰ। আঃ গাহৰি !" সম্ৰাটৰ বাকশক্তি ৰোধ হৈ আহিছিল। বিতৃষ্টিৰ ভাব এটিয়ে তেওঁক ৰৰকৈ আমনি কৰিছিল।

"ছিঃ দেউতা, এই এটি সাধাৰণ কথাতেই তুমি ইমান চঞ্চল হৈ পৰিছা কিয় ? এইদৰে খণ্ডত জ্বলিপুৰি নিজকে আঘাত কৰিছা কিয় ? মাত্র দুমাইল দীঘল এখন প্রাচীৰ !" জীয়েকৰ সান্ত্বনাত সম্রাটৰ অলপ ভাল লাগিল।

"কিন্তু মাজনী, সিহঁতে যে গাহৰি সাজিলে ! আৰু আমাৰ চহৰখনৰ ৰূপ যে এটা কমলাৰ দৰে। গাহৰিয়ে লোভতে আমাৰ চহৰখন খাই নেপেলাব জানো ?" বাপেকৰ কথা শুনি জীয়েক অলপ সময় ৰ'ল। তাই যেন কিবা ভাবিলে।

সঁচাকৈয়ে সেই বছৰটোত সিহঁতৰ জীৱনলৈ নামি আহিছিল জড়তা। অজস্র বিপদে ভুমুকি মাৰিছিল। চাৰিওপিনে বিয়পি পৰিছিল অভিশাপ। আলিয়ে-পদূলিয়ে মৃত্যুয়ে চালি ধৰি নৃত্য কৰিছিল। সমগ্র চহৰবাসীৰ মুখ আতঙ্কত বিবর্ণ হৈ গৈছিল। নিশাৰ গভীৰতাত তেওঁলোকে শুনিছিল ফেঁচাৰ উৰুলি, শিয়ালৰ কোঢ়াল, মৃত্যুৰ কিৰিলি। আনহাতে কোৱান-চি চহৰত সুখৰ উভৈনদী হৈছিল। লক্ষ্মীয়ে বৰঘৰ পাতি চহৰখন ধন-সোণেৰে ওপচাই পেলাইছিল। দূৰ-দূৰণিৰপৰা পর্যটকবোৰ আহিছিল চহৰৰ ৰূপসুধা পান কৰিবলৈ।

"নাই মা, আমাৰ সকলো গ'ল। এই প্রতীকবোৰৰ একোটা অর্থ আছে জান। অতি গূঢ়ার্থ! মই ঠিক ভাবিছোঁ। আমাৰ চহৰখন নিয়তিৰ কুচক্রান্তত পৰিছে। ৰক্ষা নাই, মা, আমাৰ ৰক্ষা নাই।"

"আৰু মই যদি ৰক্ষা কৰোঁ ; ভয় নকৰিবা দেউতা। তুমি তোমাৰ ৰাজ-মিস্ত্রীবোৰক মাতি আনা। মই পর্দাৰ আঁৰত থাকি সকলো কৈ থাকিম। তুমি সিহঁতক বুজাই দিবা। তোমাৰ সকলো সমস্যা দূৰ হ'ব দেউতা।"

জীয়েকৰ কথা মতেই বৃদ্ধ সম্রাটে ৰাজপৰিয়ালৰ কাৰিকৰ আৰু নগৰ সাজোঁতা সকলক মতাই আনিলে। সকলোবোৰ কলা-কুশলী, কাৰিকৰ আহি তেওঁৰ আগত থিয় হ'ল। সম্রাটৰ চকুৱে-মুখে নিৰাশাৰ

অস্ফুট ক্ৰন্দন দেখি সিহঁত কাতৰ হৈ পৰিছিল। সিহঁতে সমস্বৰে সুধিলে—"কিবা আজ্ঞা হুজুৰ ?"

লগে লগে ৰেশমী পৰ্দাৰ আঁৰৰপৰা স্বৰ এটি ভাহি আহিল—"মই তোমালোকক মাতি আনিছোঁ। এটি দায়িত্ব দিবলৈ। তোমালোকে জানা আমাৰ চহৰখনৰ ৰূপ এটা কমলাৰ দৰে। আৰু সিহঁতে কোৱান-চিক সাজি উলিয়াইছে—এটি গাহৰিৰ দৰে। গতিকে এতিয়া তোমালোকৰ কৰ্তব্য আমাৰ চহৰখনৰ ৰূপ সলাই দিয়া। সম্পূৰ্ণ এটা বেলেগ আকৃতিত সাজি উলিওৱা। যোৱা পলম নকৰিবা।" স্বৰটিৰ সুৰে সুৰে বুঢ়া সম্ৰাটে কথাখিনি গাই গৈছিল। সম্ৰাটৰ কথা শুনি মিস্ত্ৰীসকল আহত হৈছিল। নিজৰ দুৰ্ভাগ্যৰ কথা সুঁৱৰি আবেগ বিহ্বল হৈ পৰিছিল। সিহঁতে কিবা এটা কওঁ নকওঁকৈ ভাবি থাকোঁতেই সম্ৰাটে চিঞৰি উঠিছিল—"যোৱা, আমাৰ চহৰখন এডাল বৃহৎ লাখুটিৰ দৰে সাজি উলিওৱা। তেতিয়াহ'লে···তেতিয়াহ'লে গাহৰিক কোবাই কোবাই আমি শেষ কৰি দিব পাৰিম।"

সম্ৰাটৰ উপস্থিত বুদ্ধিত মিস্ত্ৰীসকল উৎফুল্ল হৈ পৰিছিল। আটাইকেইজনে হাঁহি হাঁহি বিদায় লৈছিল।

অলপ সময়ৰ ভিতৰতেই চহৰৰ চাৰিওপিনে এই আনন্দৰ খবৰটো বিয়পি পৰিছিল। আসন্ন দুৰ্যোগৰপৰা পৰিত্ৰাণ পোৱাৰ আশাত সমগ্ৰ চহৰবাসীয়ে চহৰখন নতুন আকৃতিত সাজি উলিওৱাত মত্ত হৈ পৰিল।

কিন্তু চহৰবাসীৰ সেই আনন্দৰ ঢৌ বেচিদূৰ বিয়পিব নাপালে। ইহঁতৰ লাঠি পুৰিবলৈ সিহঁতে সাজিলে একুৰা জুই। সম্ৰাট পুনৰ কাতৰ হৈ পৰিল। "হে ভগবান, তুমি আকৌ কি কৰিলা! পৰ্য্যটক কোনোৱেই যে আমাৰ চহৰত ভৰি নিদিবহি! জুইৰ সম্মুখত লাখুটি! তেনেহ'লে আমাৰ প্ৰতীকেই আমাৰ বৈৰী!"

"নাই, ভয় নাই, দেউতা। আমাৰ মিস্ত্ৰীবোৰক এটা সুন্দৰ হ্ৰদ সাজিব কোৱা। পানীয়ে জুম নুমাই দিব।"

জীয়েকৰ দিহা মতেই সম্ৰাটে সজালে এটা বিতোপন হ্ৰদ।
চহৰত আৰু এবাৰ আনন্দ নামি আহিল। সম্ৰাটৰ বুদ্ধিত প্ৰজাবোৰে জয়ধ্বনি কৰিবলৈ ধৰিলে।

ইহঁতে হ্ৰদ সজোৱাৰ লগে লগে কোৱন-চিত সাজিলে এখন প্ৰকাণ্ড মুখ—যেন হ্ৰদৰ সমস্ত পানী শুহি নিবহি। এজন দূতে আহি সম্ৰাটক কথাখিনি জনোৱাৰ লগে লগেই ৰেচমী পৰ্দাৰ আঁৰৰপৰা সুৰধ্বনি হ'ল—"তেনেহ'লে আমাৰ দেৱালখন এটা বেজী কৰি পেলোৱা।"

কিন্তু সিহঁতে যদি এখন অসি সাজে ?

তেন্তে আমাৰ সাজিবা বিজুলী।

এইদৰে নগৰ দুখনৰ মাজত প্ৰতীকৰ যুদ্ধ অনিৰ্বাৰ গতিত চলিব ধৰিলে। প্ৰজাবোৰ ক্লান্ত হৈ পৰিল। মৃত্যুৱে দেহৰ অস্থিৰ মাজত সোমাই সুৰ হৈ ব'ব ধৰিলে। সেই সুৰত বৈ গ'ল মৃতাত্মাৰ হুমুনিয়াহ, কৰুণ আক্ষেপ। শ্মশানবোৰ ঘৰে ঘৰে চাপি আহিল। সম্ৰাটো অৱশ হৈ আহিল। অৱশেষত সম্ৰাটক সেই ৰেচমী পৰ্দাৰ কাষতেই বধা হ'ল।

চাওঁতে চাওঁতে চহৰখন এটি পুৰণি যন্ত্ৰ যেন হ'ল। মামৰে যেন তাক কুটি কুটি খাব ধৰিছেহি।

মূৰকত কোৱান-চিৰ সম্ৰাটক মতাই আনিবলৈ নিৰ্দেশ আহিল সেই পৰ্দাৰ আঁৰৰ সুৰৰপৰা।

আহিল কোৱান-চি সম্ৰাট।

"শুনা, আমি এটা নিষ্পত্তি কৰিব বিচাৰিছোঁ।"

দুই বৃদ্ধ সম্ৰাটে মূৰ দুপিয়াই সম্মতি জনালে।

"তোমালোক সম্ৰাট। আৰু চহৰবাসী হ'ল তোমালোকৰ সন্তান। সিহঁতক এইদৰে মাৰিছা কিয় ?"—পৰ্দাৰ সুৰে প্ৰশ্ন কৰিলে।

"চোৱা, সৌ আকাশখনলৈ চোৱা। একদমে একে—নীলা, নীলা

আৰু নীলা।·· এইবাৰ চোৱা। তত সোবোৰ চিলা। ৰংবোৰ দেখিছানে? চোৱা, ৰঙবোৰ ভাল দৰে চাই লোৱা। এতিয়া আকাশখন একে নহয়। আৰু সৌ চিলাবোৰ শূন্যত ওপঙি আছে কাৰ সহায়ত?

বতাহ—বতাহৰ ওপৰত ভৰ দি।

এনেয়ে আমি জানো বতাহ ভাল পাওঁ?

কিন্তু বতাহো আমাক লাগে। চিলা উৰাবলৈ।

এতিয়া বুজিলানে? ইপিঠি নহ'লে সিপিঠিৰ যে কোনো মূল্য নাই। আন্ধাৰ আৰু পোহৰ—দুয়োৰে সমান দাম সম্রাট। ইয়াৰে অন্য এটি নাম হ'ল সহযোগ। যোৱা—নতুনকৈ জীৱন আৰম্ভ কৰা—দুখন সুখৰ চহৰ গঢ়া—এখন সোণালী চিলাৰ আৰু আনখন ৰূপালী বতাহৰ।"

সম্রাট দুজনৰ দুচকুৰেদি নামি আহিল অশ্রুবন্যা। আনন্দত আত্মহাৰা হৈ পৰ্দাত বিচাৰি গ'ল চেনেহৰ জীয়েকক—অকণমান মৰম কৰিব।

আঃ, কি অদ্ভুত! পৰ্দাত বাজি উঠিল এটি মধুৰ গুঞ্জন। আকাশখন পোহৰ হ'ল। বহুত বেচি পোহৰ।




## অৰিগি—২ ॥ ১ ॥

**মৰমৰ বন্ধু মোৰ,**

মোৰ প্ৰথম চিঠিখন পাই তুমি নিশ্চয় আচৰিত হৈছিলা। ময়ো হৈছিলোঁ তোমাৰ চিঠিখন পাই। পঢ়িছিলোঁ আৰু ভাবিছিলোঁ। পঠাইছিল ইণ্টাৰষ্টেলাৰ কৰেচ্‌পণ্ডেনছ্‌ ক্লাবে। ঠিকনাটো দেখি অলপ বিৰক্তি বোধ কৰিছিলোঁ। ভাৱিছিলোঁ নিলিখোঁ। যোৱা সত্তৰটা আৰম্ভনকাল ধৰি ( তোমালোকৰ হিচাপত সত্তৰ বছৰ) মই ইয়াৰ এটি কাৰাগাৰত বন্দী। মনৰ এই অৱস্থাত চিঠি লিখিবলৈ কাৰেই বা ভাল লাগিব ? তথাপি কিয় জানো, হয়তো বৈচিত্ৰ্য-হীন বন্দী-জীৱনত বৈচিত্ৰ্যৰ সামান্য স্বাদ পাবৰ বাবেই, হঠাৎ এই চিঠি তোমালৈ লিখিছোঁ। তোমাক মই দেখা নাই। তথাপি দেখিছোঁ তোমাক মই জনা নাই। তথাপিও জানিছোঁ। দেখিছোঁ জানিছোঁ তোমাৰ লেখাবোৰৰ মাজেদি। এইবাবেই মই তোমাক পত্ৰ-বন্ধুত্বকৈ এখোঁপ ওপৰত বুলি ধৰি লৈছোঁ। আপত্তি আছেনেকি কিবা ?...

তোমাৰ চিঠিত পৃথিৱীৰ কথা পাঢ় সঁচাকৈয়ে খুব ভাল লাগিছে। ইয়াৰ এই বন্ধ কাৰাকক্ষত বহি বহি ভাৱিছোঁ, মই যদি কিছুদিন গৈ তোমাৰ পৃথিৱীত থাকি আহিব পাৰিলোঁহেঁতেন! কিন্তু ইচ্ছা কৰিলেই বা হ'ব কি! (আমাৰ সকলো ইচ্ছা পূৰণ নহয়, কেতিয়াও)। তথাপি মই চেষ্টা কৰিম। পাৰিলে, তোমাক জনাম।

ইতিমধ্যে তুমি নিশ্চয় এই চিঠিৰ পাতখিলা লক্ষ্য কৰিছা। খুব পাতল আৰু নৰম নহয়নে? ই ধাতুৰে তৈয়াৰী, বেছ অনুভূতিসম্পন্ন ধাতুৰে। তোমালৈও কেইখিলামান পাত পঠালোঁ। যি কোনো উগ্ৰ এচিডত টাংষ্টেন ডুবাই ইয়াৰ ওপৰত বুলালেই ইয়াত দাগ ফুটি উঠিব। ৰবা, এটা কথা জনাই দিওঁ—এইবাৰৰ পৰা মোলৈ এই পাতত লিখিবা। নহলে, এইবাৰৰ পৰা তোমাৰ কাগজত লেখা চিঠি মোৰ হাত পোৱাৰ আগতেই ছাই হৈ যাব।

আজিলৈ ইয়াতেই এৰোঁ দেই! তোমাৰ পৰা উত্তম পাম বুলিয়েই আশা কৰিছোঁ। তথাপি ভয় হয়, দাগী বন্দী বুলি কিজানি ঘৃণাই কৰা!

শেহত, তোমাক ধন্যবাদ জনাইছোঁ তোমাৰ চিঠিখনৰ বাবে। যদিও তুমি সঠিককৈ ভাবিব পৰা নাছিলো যে তোমাৰ এই অনির্দেশ্য চিঠি মই পাম, তথাপি পালোঁ। আৰু সঁচাকৈয়ে জানো, মোৰ এই বন্দী-জীৱনত তোমাৰ চিঠিখন হৈ পৰিছে আনন্দৰ খোৰাক।

বহুত ধন্যবাদ। ইতি স্কেগুৱাৰ।

## অৰিগি—২ ॥ ২ ॥

মৰমৰ বন্ধু,

পৃথিৱীৰ বন্ধুৰ (তোমাৰ) মৰম কঢ়িয়াই অনা এই চিঠিখনে মোক সীমাহীন আনন্দ দিছে। তুমি বেছ সোনকালেই উত্তৰ দিছা। তথাপিও এই আনন্দক শেঁতা কৰি দিলে তোমাৰ অসুস্থতাৰ বাৰ্তাই। তুমিও যে কি! মোৰ চিঠি পাইনো ইমান উত্তেজিত

হ'বৰ কি প্ৰয়োজন আছিল! ডাক্তৰে চাগে বেছ লাজ দিলে। যিকি নহওক, তোমাৰ চিঠিত তুমি যিবোৰ প্ৰশ্ন কৰিছা, মই তাৰ উত্তৰ দিবলৈ চেষ্টা কৰিছোঁ।

তুমি লিখিছা—তোমালোকৰ আন্তৰ্গ্ৰহ বিনিময় ক্লাবে অৰিগিলৈ কোনো চিঠি পঠোৱা নাই। কাৰণ, তোমালোকৰ মতে অৰিগি সূৰ্য্যৰ দ্বিতীয় গ্ৰহ যেতিয়া ইয়াৰ উত্তাপ ৫০০ ডিগ্ৰী ফাৰেনহাইট অথবা ততোধিক। আৰু হয়তো এইবাবেই ভাৱিছা, ইয়াত কোনো জীৱদেহ থকা সম্ভৱ নহয়। এৰা, ইয়াৰ উত্তাপ আৰু তোমাৰ চিঠি নপঠোৱাৰ খবৰ নিতান্ত সঁচা। ক্লাবে তোমাক উচিত খবৰকেই দিছে। কিন্তু এটা কথা তোমালোকে নাজানা। তোমালোকৰ দৃষ্টিত অৰিগিৰ উত্তাপ অত্যধিক উষ্ণ হ'লেও, আমাৰ বাবে এই ৫০০ ডিগ্ৰী ফাৰেণহাইট বেছ আৰামদায়ক। খুব আচৰিত হৈছা হয়তো! হ'বৰ কথাই। তোমালোকেতো নাজানা যে আমি তোমালোকৰ দৰে হাইড্ৰো-কাৰ্বন সমন্বয়ী প্ৰাণী নহয়।

মাফ কৰিবা, মই মিছা কথা লিখিছিলোঁ। মিছা কথা লিখা বাবে মই যিমানখিনি দুঃখিত, ততোধিক লজ্জিত। তোমাৰ চিঠি মই পোৱা নাই। কিন্তু, বিশ্বাস কৰা, মিছাকথা লিখিলোঁ ভয়তে—কিজানি সঁচাকথা লিখিলে তুমি আৰু চিঠি নিলিখাই। কেনেকৈ জানিম মই, যে মোৰ চিঠিয়ে তোমাক দিব পাৰে বিপুল আনন্দ, কোৱা?

শুনা, এইবাৰ সঁচাকথা কৈছোঁ। মই এই গ্ৰহৰ এজন বৈজ্ঞানিক। ইয়াৰ বৈজ্ঞানিকমহলে যোৱা কিছু শতাব্দী ধৰি এটা কথা বিশ্বাস কৰি আহিছে যে আমাৰ ছাঁয়াপথৰ অন্যান্য সৌৰমণ্ডলৰ কোনো গ্ৰহত নিশ্চয় আমাৰ দৰেই প্ৰাণী আছে। ময়ো এই বিশ্বাস মানিয়েই অৱসৰ সময়ত বহুত চেষ্টা কৰি আহিছোঁ—সেই সকলো প্ৰাণীৰ সতে যোগাযোগ স্থাপন কৰিবলৈ। নানান পৰীক্ষা-নিৰীক্ষা

কৰি মই এই যোগাযোগ স্থাপন কৰিবলৈ কেইটামান উপায় উদ্ভাৱন কৰিছোঁ। কিন্তু তথাপিও মোৰ এই আৱিষ্কাৰ কাৰ্যকৰী নহ'ল-হেঁতেন, যদিহে মই মহাকাশত উপপথ এটা আৰু আৱিষ্কাৰ কৰিব নোৱাৰিলোঁহেঁতেন। আৰু, শুনি সুখী হ'বা, ইয়াৰ ফলতেই মই তোমাৰ চিঠিত ( আৰু বহুতৰো অৱশ্যে, যাৰ উত্তৰ মই দিয়া নাই ) এটি হিমকক্ষ টানি পাবলৈ সক্ষম হৈছোঁ।

এই হিমকক্ষকেই মই গ্ৰাহক আৰু প্ৰেৰকযন্ত্ৰ হিচাপে ব্যৱহাৰ কৰিছোঁ। আৰু যিহেতু তুমি লিখিছিলা মই পঠোৱা সেই ধাতুৰ কাগজত, গতিকেই অজস্ৰ চিঠিৰ মাজতো তোমাৰ চিঠিখন ঘূৰুটি পোৱাত বেছি পৰ নালাগিল।

এতিয়া, তোমাৰ শেষ প্ৰশ্ন, কেনেকৈ মই তোমাৰ ভাষা শিকিলোঁ? ইয়াৰ উত্তৰত থোৰতে ক'বলৈ গ'লে, তোমাৰ ভাষা শিকোঁতে মোৰ অলপো কষ্ট হোৱা নাই। মোৰ মতে, যি ভাষা লিপিবদ্ধ কৰিব পাৰি, সেই ভাষা শিকোতে মাথো কেইমিনিটমানহে আৱশ্যক।

আশাকৰোঁ উত্তৰ দিবলৈ সঙ্কোচ নকৰিবা। মই কিন্তু তোমাৰ সতে বন্ধুত্ব অটুট ৰাখিবলৈ বিশেষ উৎসাহী।

ইতি—স্কেণ্ডাৰ।

## অৰিগি—২ ॥ ৩ ॥

প্ৰিয় বন্ধুবৰেষু,

মই সঁচাকৈয়ে বিমুগ্ধ হৈছোঁ। কাৰণ, তুমি মোৰ বিষয়ে সকলো জনাৰ পিছতো লিখিবলৈ অকণো দ্বিধা কৰা নাই। তোমাৰ এই দ্বিধাহীন লিপ্সাক ওলগ জনাইছোঁ। মই কি দৰে পৃথিৱীলৈ যাব পৰোঁ, নিলিখা বাবে তুমি আপত্তি কৰিছা। এৰা, মই ইচ্ছা কৰিয়েই জনোৱা নাই। বেয়া যেন নোপোৱা। জনোৱা নাই কিয় জানা? এই সম্বন্ধে মোৰ গৱেষণা এতিয়াও শেষ হোৱা নাই, সেয়ে। শেষ

হ'লে তোমাক, অকল তোমাকেই জনাম। নিশ্চয় জনাম। তুমি লিখিছা, ৫০০ ডিগ্ৰী উত্তাপত থাকি পৃথিৱীত থাকিবলৈ কষ্টকৰ হ'ব। এৰা, কষ্টই হব। ভালেই কৰিছা লিখি। অশেষ ধন্যবাদ তোমাক, এইবাবে। পিছে, সম্ভহতে এইবোৰ কথা লৈ মূৰ নঘমোৱাই ভাল হ'ব যেন পাওঁ; কি কোৱা?

সঁচাকৈয়ে জানা, মোৰ এই বন্দী জীৱনত তোমাৰ লেখাবোৰ সহানুভূতিৰ সঁহাৰি'। কিন্তু ভাব হৈছে, এয়া যেন মোৰ প্ৰাপ্য নহয়। কাৰণ, মই অন্যায় কৰিছোঁ; আৰু এই বাবেই হৈছোঁ বন্দী। কাৰাকক্ষত বহি বহি বন্দীত্বৰ সোৱাদ চাকিছোঁ। মোৰ দোষ অতি গুৰুতৰ, নহয়, ততোধিক। মোৰ শৰীৰৰ ওপৰত মই কিছুমান আইনবিৰোধী পৰীক্ষা চলাইছিলোঁ আৰু সেইবোৰ আছিল কল্যাণ-ব্ৰতী গ্ৰহৰ জনসাধাৰণৰ পক্ষে বিপদজনক। এবাৰ মই মোৰ শৰীৰৰ উত্তাপ কমাই আনিছিলোঁ। মাত্ৰ ১৫০ ডিগ্ৰী ফাৰেণহাইট উষ্ণতাত মোৰ শৰীৰৰ তেজ চলাচল কৰিছিল। আৰু তাৰ ফলত মোৰ পৰিপাৰ্শ্বিকতাৰ তেজস্ক্ৰিয় বিকীৰণ আৱৰ্তনকাল কমি গৈছিল। আৰু লগে লগে, মোৰ চৌপাশৰ জনসাধাৰণৰ মাজত হঠাতে এজনৰ পৰা অন্য এজনৰ ভিতৰত স্বাভাৱিক ক্ৰিয়া-শক্তিৰ প্ৰৱাহ বন্ধ হৈছিল। মোৰ বিপক্ষে সিহঁতে গোচৰ দিছিল। বিচাৰত মোৰ হ'ল কাৰাবাস দণ্ড। আৰু ত্ৰিশবছৰ কাৰাবাস বাকী! মাজে মাজে ভাবো, এই দেহ এৰি যদি সমগ্ৰ বিশ্ব ভ্ৰমণ কৰিব পাৰিলোঁহেঁতেন —আঃ, কি যে মজাৰ কথা হ'লহেঁতেন!

ভুল নকৰিবা—মই লিখিব খোজা নাই যে আমি তোমা-লোকতকৈ শ্ৰেষ্ঠ জাতি। কথাটো এনেকুৱাহে—আমাৰ হয়তো কিছুমান বিশেষ গুণ আছে, তোমালোকৰ নাই। আমাৰ আয়ু তোমালোকৰ তুলনাত বহুত বেছি। কিন্তু নাভাবিবা যে এয়া আমাৰ আৱিষ্কাৰৰ ফল। আচল কথা, আমাৰ দেহ তোমালোকৰ

তুলনাত অধিক সহনশীল মৌল পদাৰ্থৰে গঠিত। আমাৰ শৰীৰত এবিধ মৌল আছে—যাৰ পৰমাণিক ওজন ৫২'৯—ইয়ে আমাক প্ৰভূত সহনশীল কৰিছে। এতিয়ালৈকে আমি যি আৱিষ্কাৰ কৰিছোঁ, তাত বৰাই কৰিবলৈ একোৱেই নাই ; আমাৰ দৰে দৈহিক গঠনযুক্ত দি কোনো প্ৰাণীয়েই পাৰিব। উদাহৰণ স্বৰূপে ধৰা—আমি যে চাৰ-স্পেস-শক্তিলৈ কাম কৰিব পাৰিছোঁ, তাৰ একমাত্ৰ কাৰণ আমি উষ্ণতা সহিব পাৰোঁ আৰু এই পাৰিপাৰ্শ্বিকতাৰ যি কোনো সূক্ষ্ম সমন্বয় আমি নিজে নিজে কৰি আছোঁ। পিছত অৱশ্যে এই সমন্বয়ৰ বাবে যন্ত্ৰপাতি আবিষ্কাৰ কৰিব লাগিব। তথাপিও, তাকোতো আমি আমাৰ 'হাতেৰে'ই কৰিব লাগিব। মন কৰিবা, হাতেৰে কথাখিনি উদ্ধৃতিৰ মাজত দিছোঁ। দিছোঁ এইবাবেই যে, 'হাত' বুলিলে তোমালোকে যি বুজোৱা, আমাৰ সেই 'হাত' নাই। আচৰিত হৈছা নেকি বাৰু ? নিতান্তই সঁচা কথা। পিছে।...

এই চিঠিৰ লগতে মই তোমালৈ এখন ফটোগ্ৰাফিক প্লেট পঠালোঁ। ইয়াত তোমালোকৰ জলবায়ুৰ উপযোগী ৰাসায়নিক পদাৰ্থ আছে। ইচ্ছা কৰিলেই তুমি ইয়াত তোমাৰ ছবি তুলিব পাৰিবা। তুমি কেৱল এই প্লেটখন ( প্ৰতিফলনৰ নিয়ম অনুযায়ী, অৰ্থাৎ পোহৰ সদায় ঋজু ৰেখ গতিত ভ্ৰমণ কৰে মানি ) এঠাইত ৰাখি ঠিক তাৰ সমুখত থিয় হ'বা ; আৰু সাজুলৈ মনতে ভাবিবা—'প্ৰস্তুত'। দেখিবা লগে লগেই তোমাৰ ছবি প্লেটত উঠি গৈছে।

উঠিবা ? মোৰ বাবে যদি এই সামান্য কাম কৰা কৰা, নথৈ কৃতজ্ঞ হ'ম। আৰু যদি ইচ্ছা কৰা, মোৰো ফটো এখন তোমালৈ পঠাব পাৰিম। পিছে কৈ থওঁ, তুমি যদি মোৰ বিৰূপ চেহেৰা দেখি আকৌ অসুস্থ হৈ পৰা, মই দায়ী ন'হ'ম কিন্তু। প্ৰীতি জানিবা। ইতি—

স্কেণ্ডাৰ।

## অবিগি—২ ॥ ৪ ॥

বন্ধুবৰ,

তুমি যে কি অদ্ভুত প্ৰশ্নবোৰ সোধা! নালাগে, মই পঠোৱা প্লেটখন কোনো কেমেৰাত ভৰোৱাৰ দৰকাৰ নাই। কেমেৰা, মানে, চাৰিওপিনে ঢাকি ৰখা ক'লা বাকচ এটিৰ কি প্ৰয়োজন, নুবুজোঁ। এই প্লেটখনেই সকলো। তুমি সমুখত থিয় দিবহে লাগে মাথোন। বাকী কাম প্লেটখনে নিজে নিজে কৰি যাব।

পুনশ্চ, ফটোখন শীঘ্ৰে তোলা যেন। প্ৰীতিৰে—ইতি—

স্কেগাৰ।

## অবিগি—২ ॥ ৫ ॥

প্ৰিয় সুহৃদেষু,

তুমি লিখিছা যে মোৰ চতুৰ্থ লেখাখন নোপোৱা পৰ্য্যন্ত তুমি প্লেটখন সম্বন্ধে একোকে বুজা নাছিলা; আৰু সেইখিনি সময়তে তুমি হাস্পতালৰ (হাস্পতাল কি বুজা নাই কিন্তু) ডাক্তৰ এজনক দেখুৱাইছিলা। তেওঁ বাৰু প্লেটখনত কি অবুজ ৰহস্য পালে? চৰকাৰী মন্ত্ৰণালয়তেই বা জনোৱাৰ কি দৰকাৰ আছিল, নুবুজিলোঁ। ভাৱিছিলোঁ, তোমা-মোৰ পত্ৰ বিনিময় নিতান্তই ব্যক্তিগত আৰু এই কথা আমি দুয়োৰ মাজতেই সীমিত হৈ ৰ'ব।

যি কি নহওক, তোমাৰ ফটোৰ অপেক্ষাত ৰলোঁ কিন্তু।

প্ৰীতি আৰু শুভেচ্ছা জানিবা। ইতি—

তোমাৰ স্কেগাৰ।

## অবিগি—২ ॥ ৬ ॥

পত্ৰবন্ধু মোৰ,

তুমি সঁচাকৈয়ে অদ্ভুত। কিয় বাৰু ভাৱিছা তুমি, তোমাৰ ব্যৱহাৰত বিৰক্ত হোৱা বুলি? অৱশ্যে, বিস্মিত হৈছিলোঁ, কিঞ্চিত, সঁচাকথা। তাতোকৈ আচৰিত হৈছোঁ, তোমাৰ চৰকাৰী দপ্তৰৰ

কাৰ্যকলাপত। তোমাক এতিয়াও কিয় প্লেটখন ওভোটাই দিয়া নাই, বুজিব পৰা নাই মই। তোমাৰ চিঠিৰ পৰা যি বুজিছোঁ, তুমি আৰু সেই প্লেটখন ঘূৰাই নাপাবা। সেইবাবে এই চিঠিৰ সতে পুনৰায় এখন প্লেট পঠাই দিলোঁ। আশাকৰোঁ, ফটোখন সোনকালেই পাম।

বুজিছোঁ, মোৰে সতে চিঠিৰ আদান-প্ৰদান সিহঁতে কিয় বন্ধ কৰিব খুজিছে। মোক সিহঁতে কি বুলি ভাৱিছে জনাবানে? চোৱা, ইমান দূৰত মই। মই জানো তোমাক খাই পেলাম? দুঃখিত— খাদ্য হিচাপে হাড্ৰো'-কাৰ্বন মোৰ মুঠেই ভাল নালাগে।

মই তোমাৰ ছবি বিচাৰিছোঁ আমাৰ মাজত থকা বন্ধুত্বৰ স্মৃতি-চিহ্ন আৰু বেছি গাঢ় কৰিবলৈহে। আৰু, তোমাৰ ছবি পালেই, মইও মোৰ ছবি এখন তোমালৈ পঠাম যে, নিশ্চিত। মন গ'লে ৰাখি থ'বা, অথবা ফালি পেলাবা; ন'হলে তোমাৰ চৰকাৰী দপ্তৰত জমা দিবা। যি ইচ্ছা কৰিবা, মোৰ অকণো আপত্তি নাই। কেৱল তৃপ্তি অকণ পাম এই বুলিয়েই যে মোৰ ছবি এখন অন্য এক গ্ৰহৰ বন্ধুৰ তাতো আছে। প্ৰীতি থাকিল। ইতি—

তোমাৰ প্ৰিয়বন্ধু—স্কগাৰ।

## অৰিগি—২ ॥ ৭ ॥

মৰমৰ,

ভাবিছিলোঁ, তুমি আৰু এৰিলা। ইমান পলমকৈ লিখিছা এইবাৰ! কি কি হ'ল? এইবাৰো তোমাৰ ফটো নপঠালা যে? বৰ দুঃখ পাইছোঁ কিন্তু। অৱশ্যে সেই দুঃখ সহিছোঁ আশাৰ উমনিত —অহা চিঠিৰ সতে পঠাবা বুলি জানি। জানা, তোমাক চাবলৈ ইমানযে হাবিয়াস জন্মিছে! মোৰ এই তৃষাৰ ভাষাৰূপ নাই।

তোমাৰ ক্লাবৰ অন্যতম আদৰ্শটি সঁচাকৈয়ে বঢ়িয়া। এৰা, আমাৰ প্ৰত্যেকৰে জীৱন সমস্যাৰে ভৰা। আৰু আমি প্ৰত্যেকেই ভাৱো নিজৰ সমস্যাটি অন্যৰ তুলনাত অধিক গুৰুতৰ। মই ব্যক্তিগত

ত্ৰিশ বছৰ আৰু বেছি নিৰ্জন, জীৱন-প্ৰবাহশূন্য কাৰাগাৰত কটাব লাগিব। যেতিয়াই ভাবোঁ, মই হৈ পৰোঁ অশান্ত অধীৰ। আৰু তেতিয়াই বৃষ্টিগৰ্ভ ডাৱৰৰ দৰে হৈ পৰোঁ গহীন, গধূৰ। নিঃসঙ্গ জীৱনৰ বেদনা কিদৰে বুজাম বন্ধু! জানোঁ মই, কাৰাগাৰ জীৱনৰ পিছতো আৰু বহুত বছৰ মই বাচি থাকিম। তথাপিও, এই বাচি থকাৰ স্বপ্ন বৰ্তমানত ভুগি থকা যাতনাৰ তীব্ৰতাই ধূসৰ কৰি দিছে।

এইবাৰ শেষ কথা। তুমি এই চিঠিৰ উত্তৰ দিলেও, যদি ফটো নপঠোৱা, ধৰি ল'ম, তুমি মোক বন্ধু বুলি মানি লোৱা নাই। পঠাবা না বন্ধু।

বহুত প্ৰীতি আৰু শুভেচ্ছাৰে—ইতি—

ভবদীয়

স্কেগুাৰ।

## অৰিগি—২ ॥ ৮ ॥

বন্ধু,

এইবাৰো ফটো নপঠালা। ঠিকেই, বন্দী এজনৰ সতে ৰসঘন মিতালীৰ আৱশ্যকেই বা কি! তোমালৈ চিঠি লিখাৰ উৎসাহ সঁচাকৈয়ে ক'ৰবাত হেৰাল।

প্ৰীতি জানিবা। ইতি—

স্কেগুাৰ।

## অৰিগি—২ ॥ ৯ ॥

মোৰ বন্ধু,

অশেষ ধন্যবাদ। বহুদিনৰ আকাঙ্ক্ষা এটি পূৰ্ণ হ'ল। তোমাক দেখি সঁচাকৈয়ে আচৰিত হৈছোঁ। অতদিন তোমাৰ লেখাবোৰ পঢ়ি মনতে তোমাৰ ৰূপ এটি কল্পনা কৰিছিলোঁ। যি নহওক, ফটোখন পাই অভিজ্ঞতা হ'ল, নেদেখিলে ভাষাৰ জৰিয়তে চেহেৰাৰ ৰূপাঙ্কন কৰা নিতান্ত কষ্টসাধ্য, আনকি অসম্ভৱো।

এই চিঠিৰ সতে মোৰো ফটো এখন পঠালোঁ। যেন নকৰিবা কিন্তু মোৰ এই কুৎসিত কদাকাৰ চেহেৰা দেখি। দেখাত খনিৰ পৰা তুলি অনা ধাতু এটুকুৰাৰ দৰে নহওঁনে বাৰু? এটা কথা কওঁ ৰ'বা—এতিয়ালৈ মই যিমান গ্ৰহৰ সতে যোগাযোগ কৰিছোঁ, সকলোৱেই মোৰ সতে সম্পৰ্ক ছিন্ন কৰিছে, যেতিয়াই জানিছে যে মই তেজস্ক্ৰিয়; আৰু, মই ভাবোঁ, সমগ্ৰ বিশ্বত আমি এই গ্ৰহবাসী সকলেই একমাত্ৰ তেজস্ক্ৰিয় শ্ৰেণীৰ প্ৰাণী। কিন্তু, এইদৰে সমগ্ৰ সভ্য জগতৰ পৰা পৃথক হৈ থকাটো মই সহ্য কৰিব নোৱাৰো; বিশেষতঃ মোৰ এই বন্দীজীৱনত। এইবাবে এই জীৱনৰ পৰা মুক্তি লভি অন্য এক দেহাশ্ৰয়ী হ'বলৈ বহুতদিন ধৰি চেষ্টা কৰি আহিছোঁ।

এতিয়া তুমি নিশ্চয় জানিব খুজিবা, মই এই চেষ্টাত কিমানদূৰ সফল হব পাৰিছোঁ। ৰ'বা বন্ধু। মোৰ গবেষণাৰ প্ৰধান লক্ষ্য আছিল দ্বিতীয় কোনো প্ৰাণীৰ সতে ব্যক্তিত্ব বিনিময়। ভুল নবুজিবা, ব্যক্তিত্ব মানে ব্যক্তিগত অস্তিত্ব নহয়। এই বিনিময়ৰ বাবে লাগে মাথো দুটি প্ৰাণীৰ স্পষ্ট অনুলিপি সিহঁতৰ মনৰ, চিন্তাৰ আৰু সিহঁতৰ শাৰীৰিক গঠনৰ। যিহেতু কাৰ্য্যক্ৰমৰ এই অংশখিনি বেছ সহজসাধ্য, ইয়াৰ বাবে প্ৰয়োজন দুটি প্ৰাণীৰ "সম্পূৰ্ণ" ছবি আৰু তাৰ বিনিময়। "সম্পূৰ্ণ" মানে প্ৰতিটি কম্পন বিধৃত। ইয়াৰ পিছৰ কাম মাত্ৰ ছবি দুখনৰ বিনিময়। অৱশ্যে দুয়ো দুয়োৰে ভাত ছবি থকা বুলি নিশ্চিত হোৱাৰ প্ৰয়োজন। (ক্ষমা কৰিবা বন্ধু, যথেষ্ট পলম হৈ গৈছে। বহুত আগতেই মই দুয়োখন প্লেটৰ মাজত চাবস্পেস এনাৰ্জি ইণ্টাৰফ্লো আৰম্ভ কৰাই দিছোঁ। গতিকে নিৰ্ভয়ে চিঠিখন শেষ পৰ্য্যন্ত পঢ়ি যাব পাৰা।) অৱশ্যে, ইয়াৰ আগতেই মই জানো যে এইটোৱেই ব্যক্তিত্ব বিনিময়। প্ৰকৃততে, প্ৰত্যেক প্ৰাণীৰ নিজস্ব ব্যক্তিত্ব সংহত কৰি অৰ্থাৎ তাৰ চেতনা বন্ধ কৰি দিয়া হয় আৰু তাৰ লগে লগে ফটোগ্ৰাফিক প্লেটৰ পৰা অলীক

ব্যক্তিত্ব অপসৰণ কৰি নিজকে প্ৰতিস্থাপন কৰা হয়। এয়েই ব্যক্তিত্ব বিনিময়।

শুনা, তুমি আহিবা পৃথিৱীৰ স্মৃতিৰে আৰু মইও যাম অৰিগিৰ জীৱন-স্মৃতি লৈ। আমাৰ প্ৰত্যেকৰে তাত অইনৰ আংশিক ৰূপ কিছু ৰৈ যাব। আৰু মাজে মাজে আমাৰ পুৰণি ব্যক্তিত্বই উক দি পুনৰায় স্বচেতনা ঘূৰাই পাবলৈ খুব যত্ন কৰিব। কিন্তু হায়! সেইটো একেবাৰে অসম্ভৱ।

পৃথিবীত থাকি যেতিয়া আমুৱাই যাব, তেতিয়া পুনৰ এক অন্যগ্ৰহৰ প্ৰাণীৰ সতে মোৰ এই ব্যক্তিত্ব বিনিময় কৰিম। ইয়াৰ পিছৰ ত্ৰিশ বছৰ মই এইদৰেই কটাই দিম। একেবাৰে শেষত যি প্ৰাণীৰ সতে মই ব্যক্তিত্ব সলনি কৰিম, আজিৰ পৰা ত্ৰিশবছৰ পিছত তুমি সেই প্ৰাণীলৈ ঘূৰি আহিব পাৰিবা।

সঁচাকৈয়ে, আমাৰ দুয়োৰে বাবে এই ব্যৱস্থা অতি চমৎকাৰ নহয়নে? তুমি তোমাৰ অল্পায়ু জীৱনৰ ঠাইত দীৰ্ঘজীৱি হ'লা; অৰিগিৰ নিৰ্জন কাৰাকক্ষত বাস কৰি নতুন অভিজ্ঞতা সঞ্চয় কৰাৰ সুবিধা পালা। আৰু মই (স্বীকাৰ কৰিছোঁ, এই ক্ষেত্ৰতকৈ বেছি লাভবান হৈছোঁ বুলি) গ্ৰহৰ পৰা গ্ৰহান্তৰ ভ্ৰমণ বিপুল অভিজ্ঞতা··· —আশা কৰোঁ, বিস্তৃত ব্যাখ্যা নিষ্প্ৰয়োজন তুমি যেতিয়া চিঠিৰ এই শেষ অংশ পঢ়িবা, হয়তো তেতিয়া তুমি তোমাত নাথাকিবা; তুমিৰূপী মইহে লেখা পঢ়িম। তথাপিও, তোমাক বিদায় দিছোঁ, তোমাৰ চেতনাৰ অল্পাংশ থকা বুলি ভাৱি। বিদায় বন্ধু, বিদায়। অশেষ ধন্যবাদ··· স্কেণ্ডাৰ।

**অৰিগি—২ ॥ ১০ ॥**

প্ৰিয় বন্ধু,

তোমাক অশেষ ধন্যবাদ তোমাৰ এই আশ্চৰ্য্য প্ৰস্তাৱনাৰ বাবে। ভালেমান দিন আগতেই, মই ভাৱিছিলোঁ, তোমাৰ নিজৰে ওপৰত

তোমাৰ এই গৱেষণাৰ পৰীক্ষা কৰিব দিয়া কিমানদূৰ উচিত হ'ব। তুমি জানিছিলাই, চৰকাৰৰ বিভাগীয় বৈজ্ঞানিকমহলে তুমি মোলৈ পঠোৱা সেই প্ৰথম প্লেটখন বিশ্লেষণ কৰি মোক এই অসাধাৰণ-বাণী শুনাই দিছিল। কিন্তু মই কাণ নকৰিলোঁ। মোৰ সিদ্ধান্ত আছিল একেটাই; তোমাৰ দৰে উৎসুক বৈজ্ঞানিক এজনক সাফল্যৰ জয়মাল্য অৰ্জনত সহায় কৰা। মই গৌৰৱ বোধ কৰিছিলোঁ তোমাৰ জয়বাৰ্তা শুনাৰ আকাঙ্ক্ষাত।

এতিয়া মই জানোঁ, তোমাক সহানুভূতি জনোৱাৰ কোনো প্ৰয়োজন নাই।

তোমাক আনন্দে অভিনন্দন জনাইছোঁ বন্ধু। কাৰণ তোমাক নক'লেও হ'ব জকল। কাৰণ, মই ধৰি লৈছোঁ, মোৰ দৰে এজন আজন্ম পক্ষাঘাতগ্ৰস্ত, দুৰ্বল হৃদয়যন্ত্ৰযুক্ত দুৰাৰোগ্য ৰোগাক্ৰান্ত প্ৰাণীৰ পক্ষে দীৰ্ঘায়ু যে এক মধুৰ সপোন আছিল, তুমি বুজিছাই নিশ্চয়। সেয়ে তোমাক জনাওঁ, তোমাৰ নিঃসঙ্গ বন্ধু আনন্দে আছে। অবিগিৰ বন্ধ জীৱন, বন্ধু, সঁচাকৈয়ে আৰামদায়ক। আৰু শুনি সুখ পাবা যে, ইয়াৰ নতুন নামত অৰ্থাৎ তোমাৰ নামত অভ্যস্ত হ'বলৈও মোৰ আৰু বেছি সময় নালাগিব। প্ৰীতি আৰু শুভেচ্ছা থাকিল।

ইতি—

স্কেণ্ডাৰ।

পুনশ্চ,

পৃথিৱীৰ মুক্ত বায়ু কেনে পাইছা জনাবা, আৰু জনাবা পৃথিৱীৰ বিচিত্ৰ জীৱন অভিজ্ঞতা। পৃথিবীৰ কথা জানিবলৈ মই কিন্তু এতিয়াও বিশেষ উৎসুক।



# সূৰ্য্যৰ সোণালী আপেল

"দক্ষিণলৈ" কেপ্তেইনে কৈছিল।

"কিন্তু ইয়াততো কোনো দিশৰ কথা নাই। এয়া স্পেচ, চাৰ।" এয়ে আছিল চালকজনৰ প্ৰত্যুত্তৰ।

তেতিয়া কেপ্তেইনে কৈছিল, "জানা, যেতিয়া সূৰ্য্যলৈ নামি যোৱা হয়, যেতিয়া সকলোবোৰ হালধীয়া যেন লাগে, গৰম আৰু মন্থৰ, তেতিয়া আচলতে আমি এটা বিশেষ দিশলৈহে গৈ থাকোঁ।"

কথাখিনি কৈ উঠি তেওঁ চকুদুটা মুদি দিছিল, আৰু মনতে সেই সুদূৰস্থ তপত জ্বলন্ত ঠাইখনৰ কথা চিন্তা কৰিছিল। মুখেৰে ফুচফুচাই কৈছিল, "দক্ষিণে", "দক্ষিণলৈ," "এৰা দক্ষিণলৈ"।

তেওঁলোকৰ ৰকেটটোক কোনোৱে বুলিছিল কাপ ডি ওৰো। কোনোৱে প্ৰমিথুচ, কোনোৱে ইকাৰাচ। তেওঁলোকৰ লক্ষ্য আছিল মধ্যাহ্নৰ জ্বলন্ত সূৰ্য্য। সেই উদ্দেশ্যে খোৱাৰ সামগ্ৰীও অলপ অধিক হিচাবতেই লৈছিল। দুহাজাৰবো অধিক বটল টেঙা পানী আৰু

প্ৰায় এহাজাৰ বটল বিয়েৰ ( হোৱাইট কেপচ ) মজুত কৰি লৈছিল সুদীৰ্ঘ এই যাত্ৰাপথৰ একমাত্ৰ খাদ্য ৰূপে। আৰু উত্তলা ব'দৰ ফাকে ফাকে গৈ থাকি তেওঁলোকে ৰোমন্থন কৰিছিল কেইটামান কবিতাৰ পংক্তি ঃ

"সূৰ্য্যৰ সোণালী আপেল ?

এয়া, ইয়েটচৰ।

সূৰ্য্যৰ উত্তাপক আৰু ভয় নকৰিবা ?

চেক্সপীয়েৰৰ।

এপিয়লা সোণ ?

ষ্টেইনবেকৰ।

সোণৰ কলসীটো ! ?

স্টীভেনৰ।"

"আৰু, আৰু সেই ৰামধেনুৰ সোণৰ পাত্ৰটো ! ( ? ) জানা, আমাৰ এই বাটটোৰ এটা নাম আছে। ঈশ্বৰে দিয়া নাম— ৰামধেনু !"

"আচ্ছা, এতিয়া টেম্পাৰেছাৰ ?"

"এহাজাৰ ( ডিগ্ৰী ফাৰেণহাইট ) !"

কেপ্তেইনে ডাঠ ক'লা চছমাৰ মাজেৰে বাহিৰলৈ চাই পঠিয়ালে। তেওঁৰ চকুত পৰিল জ্বলি থকা সূৰ্য্যটো একুৰা জুইৰ দৰে জ্বলি আছে। আৰু সেই প্ৰদীপ্ত সূৰ্য্যৰ পিনেই তেওঁলোক অনুক্ৰমে আগবাঢ়ি আছে। এটা সময়মত তেওঁলোকে সেই সূৰ্য্যটো চুবগৈ ; আৰু তাৰ কিবা এটা অংশ মনে মনে সংগোপনে লৈ আহিব চিৰদিনৰ কাৰণে। এয়া আছিল কেপ্তেইনৰ একমাত্ৰ চিন্তা।

প্ৰমিথুচ আছিল বিশেষভাৱে সজ্জিত। তাপ নিয়ন্ত্ৰণ কৰিব পৰা কেইটামান অভিনৱ উপায় এই যানখনত খটোৱা হৈছিল। যানখনৰ চাৰিওপিনে ভিন ভিন শীতৰ বাৰাণ্ডা আছিল। বৰফ আৰু

গাৰ্থাৰ কেনৰ বাৰাণ্ডাৰ পিছতে আছিল এমোনিয়া দি সজোৱা শীতৰ তৰপ। অ'ত ত'ত সিচৰিত কৰি থোৱা আছিল বৰফকণাৰ দম। অগ্নিময় সূৰ্য্যৰ ফিৰিঙটি আহিও ৰকেটটো একো কৰিব নোৱাৰা। কৰিবলৈকে এনে ব্যৱস্থা গ্ৰহণ কৰা হৈছিল। সূৰ্য্যশিখা আহি যানখনক ছুলেও একো নহব। শীতৰ প্ৰচণ্ডতাত মুমাই যাব।

তেনেতে সকলোৰে নীৰৱতা ভঙ্গ কৰি কাষৰ থাৰ্ম্মোমিটাৰৰ পৰা ভাহি আহিল দুহাজাৰ ডিগ্ৰী উষ্ণতাৰ সঙ্কেত ধ্বনি। (যানখনৰ সকলো যন্ত্ৰপাতিকেই বিশেষ ভাৱে সজোৱা হৈছিল। থাৰ্ম্মোমিটাৰটোও। ইয়াত উষ্ণতাৰ মান নিয়মীয়া ভাৱে ৱাল ক্লকৰ দৰে ধ্বনিত হৈছিল।)

যানৰ ভিতৰত নামিল জুলাইৰ নিমজ জহ আৰু অলপ পাছতে আগষ্টৰ কুকুৰ উতলা কৰা গৰম। আহিল ·।

"তিনি হাজাৰ ডিগ্ৰী ফাৰেণহাইট" (থাৰ্ম্মোমিটাৰত বাজিল)। বৰফত ডুবি থকা যন্ত্ৰই ঘণ্টাত দহ হাজাৰ মাইলত কাম কৰিব ধৰিলে।

"চাৰি হাজাৰ ডিগ্ৰী।"

জুলাইৰ গ্ৰীষ্ম নামিল। দুপুৰ বেলাৰ গৰম।

"পাঁচ হাজাৰ ডিগ্ৰী।"

এইবাৰ কেপ্তেইনে কৈ উঠিল: এতিয়া আমি সূৰ্য্যৰ সীমাত।

সূৰ্য্যত সোমাইছো।

সিহঁতৰ চকুবোৰ সোণৰ দৰে জলমলাই উঠিল।

আৰু, বাজি উঠিল সাত হাজাৰ ডিগ্ৰীৰ সঙ্কেত ধ্বনি।

তেনেতে কোনোবাই সুধিলে, "এতিয়া সময় কিমান?"

সকলোৱে গিৰ্জ্জনি মাৰি হাঁহি দিলে।

কাৰণ, এতিয়া ইয়াত একো নাই। আছে কেৱল ৰ'দ, আৰু ৰ'দ—সূৰ্য্যৰ সোণালী ৰশ্মিৰ প্ৰচণ্ড উত্তাপসনা। কেউপিনে কেৱল সৌৰশিখা। ইয়াত সকলো পুৰি শেষ হৈছে। মিনিট চেকেণ্ড ঘণ্টা

সকলো পুৰি ছাই হৈ গৈছে। সময় ইয়াত মৃত। চকুৰ পতা, ৰেটিনা, মগজু, চিন্তা, টোপনি, স্মৃতি সকলো জ্বলি গৈছিল; সূৰ্য্যৰ উত্তাপে সকলোবোৰ পুৰি পেলাইছিল।

"এয়া চোৱা!"

"কেপ্তেইন!"

শীতৰ বাৰাণ্ডাত ব্ৰেটন (এও আমাৰ প্ৰথম সঙ্গী) দীঘল দি পৰি গৈছিল। তেওঁৰ গা-ৰক্ষী চুটযোৰৰ পৰা এটি গুঞ্জন তাহি আহিছিল। আৰু তাহি উঠিছিল ধোঁৱাৰ চিকমিকনি। তাৰ পৰাই তেওঁৰ গৰম লগাৰ উমান কৰিব পৰা গৈছিল। তেওঁৰ অক্সিজেন, তেওঁৰ সৰ্বশৰীৰৰ জ্বলন্ত ধোঁৱাৰ কুণ্ডলী যেন দেখাইছিল।

কেপ্তেইনে নিৰ্দ্দেশ দিলে, "বেগাই।"

ইতিমধ্যে ব্ৰেটনৰ প্লাষ্টিকৰ মুখৰ আৱৰণৰ তলত অ'ত ত'ত গাখীৰৰ দানা সিঁচৰিত হৈ পৰিছিল। তেওঁলোকে সেইবোৰ দেখিছিল।

"কেপ্তেইন, এওঁৰ চুটযোৰত খুত আছিল! বেচেৰা মৰিল।"

"বেচেৰা বৰফ হৈ গ'ল!"

তেওঁলোকে অইন শীত-মাপক থাৰ্মোমিটাৰ এটা নিৰীক্ষণ কৰিছিল। বৰকাবৃত যানথনত শীত কিদৰে সঞ্চিত হৈ থাকে তাৰ মান সেই থাৰ্মোমিটাৰটোত জুখিবৰ দিহা আছিল। তেওঁলোকে দেখিছিল তাপৰ মান শূন্যৰো এহাজাৰ ডিগ্ৰী তলত। কেপ্তেইনে সেই গোট মাৰি যোৱা মূৰ্ত্তিটোলৈ আৰু তাৰ ওপৰত জলমলাই থকা দানাবোৰলৈ সতৃপ্ত নয়নে চাই আছিল। তেওঁ লক্ষ্য কৰিছিল মূৰ্ত্তিটোৰ ওপৰত অনুক্ৰমে দানাৰ ঘনিল প্ৰলেপ পৰি আহিছিল।

"ছিঃ শীতৰ গৰাহত···উষ্ণতাক ভয় কৰি শীত সাৱটি বেচেৰা ব্ৰেটন বৰফ হৈ গ'ল।" কেপ্তেইনে গুণগুণাই কৈ গৈছিল।

তেওঁ আৰু ক'লে, "সময় নাই, সময় নাই; তেওঁ শোৱক, তেওঁক গুৱলৈ দিয়া।"

"এতিয়া টেম্পাৰেচাৰ ?"

ডায়েলত চিহ্নিত হ'ল ৪০০০ ডিগ্ৰী উষ্ণতা।

"চোৱা, সকলোৱে চোৱা। দেখিছানে ?"

তেওঁলোকৰ বৰফবোৰ গলিবলৈ আৰম্ভ কৰিছিল।

কেপ্তেইনে মূৰ তুলি ওপৰৰ চিলিঙখন চাইছিল।

আৰু আচৰিত ভাৱে তেওঁৰ মনৰ ৰূপালী পৰ্দাত প্ৰতিচ্ছবিত হৈছিল ল'ৰালি কালৰ এখন ছবি।

কোনো এটা বসন্তৰ পুৱাৰ কথা। তেওঁ আছিল তেনেই ল'ৰা। শোৱা কোঠালিৰ খিৰিকীৰে বৰফ গোন্ধোৱা বতাহৰ ঢৌ ঠেলি তেওঁ চাই পঠিয়াইছিল দূৰৰ বৰফদ'মত সূৰ্যৰ মধুৰ চুম্বন। আঃ কি যে সুন্দৰ দৃশ্য। মুকুতাৰ তিৰবিৰণিৰে বৰফ আৰু সূৰ্য জ্বলি উঠা খেল। বৰফদ'মৰ পৰা টোপে টোপে সৰি পৰিছিল বগা বগা তেজ যেন সূৰ্য্যৰ সুতীক্ষ্ন আঘাতত বৰফবক্ষ বিদাৰিত হৈছে! আৰু কিছু সময়ৰ পিছতে মৃদু গুঞ্জন তুলি বৰফৰ টুকুৰাবোৰ বৈ আহিছিল তললৈ, আৰু তললৈ, পিছলি পিছলি।

"চাৰ, কাষৰ পাম্পটো ভাগিছে। আমি ক্ৰমে বৰফ হেৰুৱাব লাগিছোঁ। এছাটি উষ্ণ বতাহ আৰু বৰষুণ সিহঁতৰ ওপৰেদি বাগৰি গ'ল। কেপ্তেইনৰ চিন্তা আৰু বাঢ়িল। আতুৰতে ইফালে সিফালে চাই (কেবাবাৰো) চিঞৰি কলে, "আমাৰ বিপদ আহিছে। খ্ৰীষ্ট, তাত থিয় দি নাথাকিবা, আমাৰ সময় নাই।"

মানুহবোৰ সোঁ সোঁ কৰি সোমাই আহিল। সেই গৰম বতাহত বৈ কেপ্তেইনে অন্বেষণ কৰি ফুৰোতে হঠাতে কোল্ড মেচিনৰ ওপৰত তেওঁৰ হাতখন লাগিলগৈ। তেওঁৰ হাত তুঁখনে পিত পিতকৈ মেচিনটোৰ ওপৰত কিবা বিচাৰিব ধৰিলে। অনুক্ৰমে তেওঁ কাম কৰিবলৈ ধৰিলে। কাম কৰি কৰি তেওঁ ভাবিছিল কথমপি ৰক্ষা পৰা

বিগত ভৱিষ্যতটোৰ পৰা। আৰু এটি উশাহৰ দৈৰ্ঘ্য হলেই কি যে হ'লহেঁতেন। তেওঁ দেখিছিল ছালবোৰ যেন চকলা চকল হৈ উঠি গৈছে; মানুহবোৰ ওলাই পৰিছে নগ্ন হৈ; সেই নগ্ন দেহ লৈ মানুহবোৰ দৌৰি ফুৰিছে, কেৱল দৌৰিছে, সিহঁতৰ মুখবোৰ কোচ খাই গৈছে, মুখৰ মাত বন্ধ হৈ গৈছে! বাহিৰৰ উদ্ভট ক'লা স্পেচৰ মাজত ভাহি ফুৰিছে আশ্ৰয়হীন জীৱবোৰৰ ভয়াবহ কণ্ঠস্বৰ। আকণ্ঠ চিৎকাৰবোৰ স্পেচত হৈ পৰিছে অতি ভীষণ! জ্বলন্ত জুইশলাত থকা পকৰাৰ দৰে মানুহবোৰে ভয়তে যেন ঢাপলি মেলিছে। যানখন যেন হৈ পৰিছে উত্তপ্ত লাভা, সোপাসোপে ধোঁৱা ওলাইছে। কেৱল ধোঁৱা আৰু একো নাই!

"কেপ্টেইন?"

তন্দ্ৰালস কেপ্টেইনে একোকে গম পোৱা নাছিল। আৰু এঁবাৰ মতাতহে তেওঁৰ সম্বিৎ ফিৰি আহিল। তেওঁ উত্তৰ দিলে, "ইয়াত, মই ইয়াত কাম কৰি আছোঁ।"

ওপৰ ডেকৰ পৰা সাৰি পৰা নিমজ গৰম বৰষুণত তিতি তিতি তেওঁ বেয়া হৈ যোৱা পাম্পটো মেৰামত কৰাত ব্যস্ত হৈ পৰিছিল। কাম কৰি কৰি তেওঁ ভোৰভোৰাই আছিল: বীভৎস! এই বীভৎস মৃত্যুৰ গৰাহত পৃথিবীত কোনোৱে পৰা নাই। বুৰঞ্জীত আমি, এৰা আমিয়েই প্ৰথম হলোহেঁতেন এনে ভাবে মৰিবলৈ। নিমিষতে সোমাই আহিলহেঁতেন তপ্ত বায়ুপ্ৰবাহ। আৰু তাৰ পিছত কৌটি কৌটি টন সূৰ্য শিখা, আকাশ অগ্নি সোমাই আহি আমাক পুৰি পেলালেহেঁতেন। আমি সকলোৱে হৈ গলোহেঁতেন কিছুমান তপত ধোঁৱা, ধোঁৱা। এৰা ধোঁৱা! আমাৰ এই যানখন ব্লাষ্ট কাৰণেচৰ দৰে জ্বলি উঠিলহেঁতেন! আৰু আমাৰ আশাবোৰ ওলমি ৰ'লহেঁতেন তপত বতাহত!

তেওঁ স্ক্ৰু ড্ৰাইভাৰটোৰে পাম্পটো হেচি ধৰিছিল। ভয়তে কঁপি উঠিছিল তেওঁৰ সমস্ত দেহ। "ছি! কি আও মৰবলৈ যে

নমৰিলোহেঁতেন।" তেওঁ চকুদুটা মুদি দিছিল, আৰু দাত দুপাৰি সজোৰে চেপি ধৰি কাম কৰি গৈছিল।

তেনেতে কোনো এজনে সুধিলে, "কেপ্তেইন, আমি ওলাই আহিম নে থাকিম ?"

"কাপটো ঠিক কৰা। উঁ, এতিয়াই ; এতিয়াই শেষ কৰিব লাগিব।"

কেপ্তেইনে পুনৰ কামত মন দিছিল। সেই প্ৰকাণ্ড কাপটো যেনে তেনে ঠিক কৰি উলিয়াবলৈ দৃঢ় হৈ পৰিছিল। আৰু তেও তেওঁৰ হাত দুখন ৰবট গ্লেভত সোমাই দিছিল। তেওঁৰ হাতৰ অকণমান লৰচৰতেই কাপৰ প্ৰকাণ্ড হাত দুখনেও কাম কৰিছিল। যন্ত্ৰ হাত দুখনৰ ধাতব আঙুলিবোৰে যানখন টিপি ধৰিছিল। আৰু অলপ পিছতে প্ৰকাণ্ড হাতদুখন কাপ ডি ওৰোক সাবটি ধৰি সূৰ্য্যৰ জ্বলন্ত অগ্নিকুণ্ডৰ ভিতৰলৈ সোমাই গৈছিল, লাহে লাহে, পিছলি যোৱাৰ দৰে।

কেপ্তেইনে কাপটো চলাই চলাই বাৰে বাৰে ভাবিছিল হাজাৰ হাজাৰ বছৰ আগেয়ে কোনো এক নগ্ন মানৱে উত্তৰৰ নিৰ্জন পথে পথে গৈ হয়তো দেখিছিল বিজুলী গছত ওলমি থকা। আৰু যেতিয়া তেওঁৰ জাতি ভাইসকল পলাই পত্ৰং দিছিল, তেওঁ তেওঁৰ উদং হাত দুখনেৰে জুইৰ ফিৰিঙটিবোৰ ছিঙি আনিছিল ; হয়তো তেওঁৰ আঙুলিবোৰ মমৰ দৰে গলি যাবলৈ ধৰিছিল। তথাপি তেওঁ বিজয়ৰ গৌৰৱেৰে জুইৰ ফিৰিঙটিবোৰ মুঠি মাৰি দৌৰিছিল, দেহেৰে বাৰণ কৰিছিল পৰি থকা বৃষ্টিৰ ধাৰা। তেওঁ দৌৰিছিল তেওঁৰ নিৰ্জন গুহালৈ আৰু অৱশেষত গুহাৰ ভিতৰত জুই ফিৰিঙটিবোৰ সিঁচি দিছিল এটা আত্মপ্ৰসাদৰ হাঁহিৰ সতে। গুহাটোত গ্ৰীষ্ম নামি আহিছিল। মানুহবোৰে উম উপভোগ কৰিছিল। আৰু মানুহবোৰে, শীতভংগোট মাৰি যোৱা সেই মানুহবোৰে সিহঁতৰ সৰ্বশৰীৰ সেক

দি:দি নতুন ঋতুৰ আমেজ গুহাটোত বিয়পাই দিছিল। সিহঁতে হাঁহিছিল। সিদিনা হাঁহিব পৰিছিল সিহঁতৰ হাতত অগ্নি বন্দী হোৱা বাবে। এৰা, জুই মানুহৰ অধীনলৈ আহিল।

"কেপ্তেইন।"

"হুঁ।"

যন্ত্ৰৰ প্ৰকাণ্ড হাতখনেৰে কাপটো অগ্নি শিখাৰ মাজলৈ ঠেলোতে সময় লৈছিল মাত্ৰ চা। [illegible]

তেওঁ ভাবিছিল---[illegible]ম পুনৰ অন্য এক পথত নামিছোঁহি। অলপ পিছতে আমি ধোৱাঁ[illegible]শূন্যতাৰ স্তৰত সোমামগৈ; বিভিন্ন অগ্নিশিখাৰে ভৰা স্তৰত সোমাই পাৰিম গৈ; সেই অগ্নি শিখা [illegible] আমি উভতিম আমাৰ শীতল আকাশলৈ। আমাৰ পথ আলোকিত হৈ পৰিব তাৰ পোহৰেৰে। পৃথিবীত এই জুই জ্বলি ৰব চিৰকাললৈ। কিন্তু কিয়? কিহৰ প্ৰয়োজন এই জুইৰ? কেপ্তেইনৰ মনত হঠাতে এই প্ৰশ্নই আমনি দিবলৈ ধৰিছিল।

অৱশ্যে উত্তৰটো তেওঁৰ জনা আছিল।

তেওঁ জানিছিল যে আমাৰ পৃথিবীৰ এটমবোৰৰ অবস্থা বৰ দুখ লগা। আণবিক বোমা হাঁহি উঠা কথা। তেনেই ক্ষুদ্ৰ। আমাৰ জ্ঞানেই সীমিত। আমি কি জানিবলৈ বিচাৰোঁ, জানে কেৱল সূৰ্য্যইহে। সূৰ্য্যৰহে গোপন ৰহস্য আছে। আৰু তাতোকৈও ডাঙৰ কথা হ'ল ইয়ালৈ অহাটো। ইয়ালৈ অহাতেই গৌৰৱ। আমি পৃথিবীৰ মানুহক (!) কব পাৰিম, আমি, অকল আমিয়েই এনে এটা দুঃসাহসিক কাম কৰিছো। আৰু, এয়া আমাৰ হাতত এপিয়লা জুই শক্তি কম্পন। এইখিনি জুইৰেই আমি আমাৰ চহৰবোৰ পোহৰাব পাৰিম, জাহাজবোৰ চলাব পাৰিম, পুথিভঁৰাল পোহৰাব পাৰিম, আহাৰ তৈয়াৰী কৰিব পাৰিম। আমাৰ ল'ৰা-ছোৱালীবোৰৰ ৰঙ সৰ্জনি কৰিব পাৰিম আৰু এই এপিয়লা জুইৰেই আমি আমাৰ বিশ্বৰ জ্ঞান বহু যুগ

যুগলৈ জাগ্ৰত কৰি ৰাখিব পাৰিম। হেৰা বৈজ্ঞানিকসকল! হেৰা ধৰ্মধ্বজসকল! তোমালোকৰ সকলোৱে এই পিয়লাৰ পৰা প্ৰাণ ভৰি জ্ঞান পিব পাৰিবা। তোমালোকৰ অন্ধতাৰ বিতচকু আঁতৰাই, মূঢ়তাৰ ডাঠ কুৱলী আঁতৰাই, অবিশ্বাসৰ বৰফৰ ঘূৰ্ণিবায়ু দূৰলৈ ঠেলি থব পাৰিবা। চিৰউজ্জ্বল, চিৰসুন্দৰ, স্ফটিকৰ দৰে নিৰ্মল। গতিকে আমি ললোঁ, বুটলি ললোঁ এই এপিয়লা সোণালী সূৰ্য্যৰ জুই……

আহ!……

কাপটো সূৰ্য্যত ডুবি গ'ল। আপৰিছিল সি আনিলে ঈশ্বৰৰ এটুকুৰ মঙহ, চিন্তা, সহস্ৰ তাৰকা জন্ম দিয়া। দৰ্শন, অকণ আৰু সহস্ৰ জীৱনৰ অঙ্কুৰ!

কেপ্তেইনে ফুচফুচাই কৈছিল, "এতিয়া, লাহে লাহে।"

"আচ্ছা, কেপ্তেইন, আমি যদি এতিয়া সেই উষ্ণতাখিনি ভিতৰলৈ টানি আনোঁ কি হব?"

"ঈশ্বৰেহে জানে।"

"পাম্পটোৰ মেৰামতি সম্পূৰ্ণ হ'ল, চাৰ।"

"তেনেহলে আৰম্ভ কৰা।"

"কাপটোৰ ঢাকনীখন বন্ধ কৰি দিয়া--ভিতৰৰ পৰা লাহে লাহে চাবা…"

যানৰ বাহিৰত থকা সেই ধুনীয়া হাতখন কঁপি উঠিল। হাতখন নীৰৱে যানৰ দেহত সোমাই পৰিল। আৰু, কাপটোৰ পৰা ক্ৰমে ক্ৰমে হালধীয়া ফুল আৰু শুভ্ৰ তৰা সৰিবলৈ ধৰিলে। কাপটোও যেন জী উঠিল। অডিঅ' থাৰ্মোমিটাৰটোৱেও টক টক কৰি কথা কব ধৰিলে। ৰেফ্ৰিজেৰেটৰটোও সক্ৰিয় হৈ পৰিল। (আৰু, যানৰ দেৱালত ধুমধুমকৈ প্ৰহাৰ কৰিব ধৰিলে এমোনিয়া মিশ্ৰিত স্ৰোত ধাৰাই যিদৰে মুখৰ মুৰুত তেজ স্ৰোতে খুন্দিয়ায়)।

বায়ুৰুদ্ধ দুৱাৰখন তেওঁ বাহিৰৰ পৰা বন্ধ কৰি দিলে। আন

সকলে এইটি মুহূৰ্ত্তলৈকে অপেক্ষা কৰি আছিল। যানখনৰ নাড়ীবোৰ দৌৰিবলৈ ধৰিলে ; হৃদপিণ্ডৰ কম্পন নাচোন আৰম্ভ হ'ল। সকলো পিনে বৈ পৰিল শীতল তেজৰ সোঁত।

কিন্তু ওপৰৰ বৰফ চিলিঙৰ পৰা ঘাম সৰি পৰাটো বন্ধ হৈ গ'ল। পুনৰ গোট মাৰিলে।

"ঘূৰোৱা, আমি ইয়াৰ পৰাই গুভতো" কেপ্তেইনে দীঘল দীঘল নিশ্বাস এৰি কথাখিনি কৈছিল।

যানখন তৎক্ষণাৎ ঘূৰিছিল।

"শুনা" কেপ্তেইনে কৈছিল "যানৰ হৃদকম্পন অনুক্ৰমে ধীৰ হৈ আহিছে। ডায়েলত কাটা ভালেমান তললৈ নামিছে। মই কাটা দেখিবলৈকে পোৱা নাই। থাৰ্মোমিটাৰৰ শব্দৰ প্ৰকৃতিও সলনি হৈছে। ইয়াত ঋতু পৰিবৰ্ত্তন হ'ল। শীত নামিল।"

তেতিয়া সিহঁতৰ সকলোৱে ভাবিছিল সেই প্ৰদীপ অগ্নি শিখাৰ পৰা উত্তাপ সংগ্ৰহ কৰাৰ কথা। সিহঁতে ভাবিছিল সেই উত্তাপেৰে প্ৰচণ্ড শীতকো জয় কৰাৰ কথা। কিন্তু কেপ্তেইনে কৈছিল "হয়তো আৰু কুৰি ঘণ্টাৰ ভিতৰতে প্ৰচণ্ড শীত নামিব। তেতিয়া হলে যানৰ আৰু কিবা কিবি নষ্ট হৈ যাব পাৰে। আমি নিৰুপায়ত পৰিম। আমাৰ একমাত্ৰ উপায় হব সূৰ্য্যৰ পৰা কাঢ়িয়াই অনা এই এপিয়লা জুই কামত খটোৱা। তেতিয়া তেতিয়া···

কেপ্তেইনে অধৈৰ্য্য হৈ পৰিছিল।

সিহঁত ঘৰমুৱা হল, ঘৰলৈকে উভতিল।

সিহঁতৰ সময় নাছিল। তেতিয়া কেৱল শীঘ্ৰেই প্ৰত্যাৱৰ্ত্তন কৰাৰ কথা। এনেকি বৰফত পোত গৈ থকা ব্ৰেটনৰ দেহৰ কি হৈছে তাকো যেন চাবলৈ তেওঁৰ সময় নাই। কেপ্তেইনৰ মনত বাৰে বাৰে ভুমুকি মাৰিছিল একাকি সূৰ্য্য-বৰ্ণনা (আৰু ক্ৰমে তেওঁৰ মন অধিক ভাৰাতুৰ হৈ আহিছিল ব্ৰেটনৰ বাবে)।

সূৰ্য্য !

কেতিয়াবা হয় ই অনন্ত বৃক্ষ।

বায়ুহীন আকাশত জ্বলে ইয়াৰ ফল······

ব্ৰেটনৰ মৃত শৰীৰৰ কাষত বহি কেপ্তেইনে ভাবিছিল বহু কথা, অনুভৱ কৰিছিল অন্তৰ ভাঙি চূৰমাৰ কৰা ব্যথাভাৰ।

স্কুল ছুটীৰ পিছত উভতি অহা শিশু এটিৰ দৰে মই অনুভৱ কৰিছো। মোৰ হাতত যেন এয়া এথোপা ডিচেম্বৰ ফুল। মই বৰ দুখগ্ৰস্ত তথাপি ভাল লাগিছে।

তেওঁ চকু দুটা মুদি দিছিল। বাৰে বাৰে তেওঁ হুমুনিয়াহ কাঢ়িছিল। এৰা, আমি ক'লৈ যাওঁ, ক'লৈ গৈ আছো ?

তেতিয়া তেওঁৰ কাষত বৈ আছিল ভয়তে পেপুৱা লগা সহযাত্ৰী-সমূহ। সিহঁতক উদ্দেশ্য কৰিয়েই তেওঁ কৈছিল, "যেতিয়া আমি সূৰ্য্যলৈ আগবাঢ়ি আছিলো সূৰ্য্যটো স্পৰ্শ কৰো বুলি আৰু যেতিয়া কৰিলো তাত ঘূৰিলো তেতিয়া আমি ক'লৈ গৈছিলো ? আৰু এতিয়া সেই সূৰ্য্যৰ পৰা আঁতৰি, উত্তাপকুণ্ডৰ পৰা ওলাই ক'লৈ যাবলৈ ধৰিছো, ক'লৈ ? কোৱা মোক কোৱা তোমালোকে !"

সিহঁতে একো কোৱা নাছিল। সিহঁতে যেন উত্তৰটোলৈ বাট চাই আছিল। কেপ্তেইনৰ সুস্থ অৱস্থালৈ ঘূৰি অহাকে সিহঁতে অপেক্ষা কৰিছিল।